**Namboror Pora Myanmaroloi** (From Nambor To Myanmar): A collection of articles on a few aspcts of nature and experience of writer Apurba Ballabh Goswami, published on behalf of Jagaran Prakashan, by Kaustubhmoni Hazarika, Golaghat, Assam. Printed at Jagaran Printers, Pandit Hemchandra Goswami Path, Golaghat, Assam. First edition : Octbor, 2007.

Price : Rs. 100.00 only.

**নামবৰৰ পৰা ম্যানমাৰলৈ ঃ** অপূৰ্ব বল্লভ গোস্বামীৰ প্ৰকৃতি-বিষয়ক ৰচনা আৰু অভিযান কেন্দ্ৰিক অভিজ্ঞতালব্ধ প্ৰবন্ধৰ একত্ৰ সংকলন। জাগৰণ প্ৰকাশন, গোলাঘাটৰ হৈ কৌস্তুভমণি হাজৰিকাৰ দ্বাৰা প্ৰকাশিত। মুদ্ৰক ঃ জাগৰণ প্ৰিণ্টাৰ্ছ, পণ্ডিত হেমচন্দ্ৰ গোস্বামী পথ, গোলাঘাট, অসম। প্ৰথম প্ৰকাশ ঃ অক্টোবৰ, ২০০৭ খ্ৰীষ্টাব্দ।

মূল্য ঃ ১০০.০০ টকা।

# উছৰ্গা

পূজ্যবৰেষু পিতৃ
প্ৰয়াত চণ্ডিকা বল্লভ দেৱ গোস্বামীৰ
কৰকমলেষু

# পাতনি

মোৰ ভাতৃসম সাংবাদিক বন্ধু শ্ৰীঅপূৰ্ব বল্লভ গোস্বামীয়ে সাংবাদিকতা সূত্ৰে অসমকে ধৰি উত্তৰ-পূৰ্বাঞ্চলৰ বহুতো ঠাই ভ্ৰমণ কৰিছে আৰু কেতিয়াবা বাহিৰলৈও গৈছে। তেওঁ যেতিয়াই য'লৈকে গৈছে তাতেই নিজৰ তীব্ৰ অনুসন্ধানী দৃষ্টিৰে আমাৰ ঐতিহ্যৰ সমলবোৰৰ ইতিহাস খুচৰিছে, পৰিৱেশ আৰু পৰিস্থিতিৰ বুজ লৈছে আৰু সমসাময়িক ঘটনাৱলীকো অনুধাৱন কৰিবলৈ চেষ্টা কৰিছে। এটা তীব্ৰ অনুসন্ধিৎসু মনৰ লগতে ওখ খাপৰ ৰুচিবোধ আৰু সৌন্দৰ্যানুভূতিৰো ৰেখ তেওঁৰ গাত বিদ্যমান। অনুসন্ধানমূলক সাংবাদিক হিচাপে তেওঁ আমাৰ প্ৰকৃতি আৰু প্ৰাকৃতিক সম্পদৰাজিৰ গুৰুত্ব তথা ৰক্ষণাবেক্ষণৰ সমস্যাবোৰৰ প্ৰতিয়েই দায়বদ্ধ যেন লাগে। শৈশৱতে প্ৰকৃতিৰ নৈসৰ্গিক সৌন্দৰ্য আৰু ঐশ্বৰ্যৰ সৈতে গঢ়ি উঠা আত্মীয়তাই হয়তো তেওঁৰ এই মানসিক পৰিমণ্ডলটো গঢ়ি দিছিল। তাৰেই ফলশ্ৰুতি 'নামবৰৰ পৰা ম্যানমাৰলৈ' এই নিবন্ধ সংকলনটি। ইয়াক তথ্যৰ এটা ভঁৰাল বুলি ক'লেও নিশ্চয় বঢ়াই কোৱা নহ'ব। নিবন্ধবোৰ আচলতে একো একোখন প্ৰতিবেদন। কিন্তু সাংবাদিকতাৰ চলেৰে তেওঁ দৰাচলতে আলোচিত বিষয়বোৰৰ কেতবোৰ বুৰঞ্জীৰ পাঠহে লিখি উলিয়াইছে। উত্তৰ-পূৰ্বাঞ্চলৰ সংৰক্ষিত বনাঞ্চলসমূহৰ আৰু চিবিলাকৰ জৈৱবৈচিত্ৰ্যৰ তথ্যসমৃদ্ধ আৰু চিন্তা-উদ্ৰেককাৰী প্ৰতিবেদনৰ লগতে হিমালয়ৰ মনোৰম কাহিনী, পৰিৱেশ সম্পৰ্কীয় সমস্যা, ম্যানমাৰৰ বিদ্ৰোহী সমস্যা, ম্যানমাৰৰ ঐতিহ্য, মণিপুৰৰ বিদ্ৰোহী সমস্যা, লিডু-ভামো-বাৰ্মা পথ আদিৰ বিষয়ে লেখকৰ গভীৰ জ্ঞান আৰু বিচিত্ৰ অভিজ্ঞতা এই সংকলনটিত সন্নিবিষ্ট হৈছে। আমাৰ সকলোৰে বাবে শিক্ষণীয় বহুতো কথা এইবোৰত থূপ খাই আছে। ভালেকেইটা নিবন্ধত পাঠকে মনোৰম ভ্ৰমণ কাহিনী আৰু গল্পৰ বৈচিত্ৰ্য আৰু সুখানুভূতিও বিচাৰি পাব।

সংকলনটিৰ এক তৃতীয়াংশতকৈ অধিক নিবন্ধৰে বিষয়বস্তু হৈছে আমাৰ সংৰক্ষিত বনাঞ্চল আৰু অভয়াৰণ্যবিলাক আৰু সেইবোৰৰ সংৰক্ষণ তথা বনানীকৰণৰ ক্ষেত্ৰত উদ্ভৱ হোৱা সমস্যা আৰু প্ৰত্যাহ্বানবোৰ। 'নামবৰ', 'নামদফা ব্যাঘ্ৰ প্ৰকল্প', 'বিশ্ব-ঐতিহ্য কাজিৰঙা' আদি নিবন্ধত বনাঞ্চলবোৰৰ অনুপম জৈৱ-বৈচিত্ৰ্য সম্পৰ্কে বিস্তাৰিত আলোচনা আৰু বহুতো জানিবলগীয়া কথা আছে। কাজিৰঙা সম্পৰ্কীয় প্ৰতিবেদনটি গল্পৰ দৰে ৰসাল আৰু সুখপাঠ্য হোৱাৰ লগতে অভয়াৰণ্যখনৰ সমস্যাবোৰৰ বিষয়েও গভীৰ উদ্বেগ আৰু সমাধানৰ নিৰ্দেশনা তাত সন্নিবিষ্ট হৈ আছে। 'নামদফা ব্যাঘ্ৰপ্ৰকল্প' নামৰ প্ৰতিবেদনটোত চাংলাং আৰু লোহিত জিলাৰ জনজাতীয় লোকসকলে

পৰম্পৰাগতভাৱে ৰক্ষা কৰি অহা ঔষধি গছৰ সহায়ত ৰোগ-নিৰাময়ৰ যি পদ্ধতিৰ কথা উল্লেখ কৰা হৈছে, সেই সম্পৰ্কে অধিক গৱেষণাৰ স্থল আছে। বনৌষধি উদ্ভিদ সংৰক্ষণত ডিফুৰ ৰিক্রিয়েশ্যন পাৰ্কৰ ভূমিকা বিষয়ক আলোচনাও এটা প্রয়োজনীয় আৰু প্রাসংগিক বিষয়। 'পৰিৱেশ সংৰক্ষণ' নামৰ নিবন্ধত আমাৰ ৰাজ্যখনৰ সেউজ আৱৰণটোৰ সংকোচনৰ ফলত সৃষ্টি হোৱা পাৰিৱেশিক সমস্যাবোৰৰ কথা প্রতিবেদক গোস্বামীয়ে অত্যন্ত নিষ্ঠা আৰু দায়বদ্ধতাৰে উপস্থাপন কৰিছে। এনেবোৰ সমস্যাৰ উদ্ভৱ হোৱা সত্ত্বেও অসমৰ বনাঞ্চলবোৰত যে নতুন বনানীকৰণ হোৱা নাই সেই বিষয়ে লেখকৰ গভীৰ খেদ প্রকাশ পাইছে 'এতিয়াও বনানীকৰণ হোৱা নাই অসমৰ অৰণ্যত' নামৰ নিবন্ধটিত। অসমৰ বনাঞ্চলবোৰৰ বহু অংশই এতিয়া বেদখলকাৰীৰ কবলত, অথচ বেদখল উচ্ছেদ কৰাত চৰকাৰৰ কোনো আগ্রহ আৰু তৎপৰতা নাই। আনকি বেদখল উচ্ছেদ কৰা অঞ্চলবোৰতো নতুনকৈ বনানীকৰণ কৰাৰ ব্যৱস্থা কৰিব পৰা নাই। ফলত ৰাজ্যখনৰ বনাঞ্চলবোৰৰ পৰিসীমা বৃদ্ধি পোৱাৰ সলনি কমিছেহে। চৰকাৰে বনাঞ্চলবোৰক বেদখলৰ বাবেহে উন্মুক্ত কৰি ৰাখিছে। সমস্যাটো নিতান্তই গভীৰ আৰু শ্রীগোস্বামীয়ে সততাৰে তাক উপস্থাপন কৰিছে। 'সেউজী অসম কেনেকৈ ধ্বংস হ'ল?' নিবন্ধত বনাঞ্চবোৰৰ সংৰক্ষণৰ ক্ষেত্ৰত চলি থকা সমস্যা তথা বাধাবোৰৰ বিষয়ে বিশদভাৱে আলোচনা কৰা হৈছে। বছৰৰ পিছত বছৰ ধৰি আমাৰ বনজ সম্পদবোৰৰ অবাধ লুণ্ঠনৰ ঘটনা যে কিমান দুখজনক আৰু ভয়াবহ সেই কথা এই নিবন্ধটোৰ পৰাই উপলব্ধি কৰিব পৰা যায়। বেদখল উচ্ছেদ অভিযানবোৰো ৰাজনৈতিক হস্তক্ষেপত বন্ধ হৈ যায়। এই ক্ষেত্ৰত চৰকাৰৰ হেমাহি আৰু ন্যস্তস্বাৰ্থই আটাইতকৈ ডাঙৰ সমস্যা। গোস্বামীয়ে লিখিছে, "কিন্তু কালক্রমত বনাঞ্চলৰ সীমা জৰীপ, সুৰক্ষা, ৰাস্তা-ঘাট আদিৰ চোৱাচিতাৰ কাম কমি গৈ বৰ্তমান প্ৰায় নোহোৱাৰ দৰেই হৈছে। ফলত বনাঞ্চল-ধ্বংস আৰু ৰোধ কৰিব পৰা অৱস্থা বৰ্তি থকা নাই।" এই গুৰুতৰ সমস্যাটোৰ প্ৰতি আমাৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰি তেওঁ এক মহৎ জাতীয় কৰ্তব্য পালন কৰিছে বুলি ক'ব লাগিব।

ম্যানমাৰ সম্পৰ্কীয় নিবন্ধকেইটাও সংকলনটোৰ গুৰুত্বপূৰ্ণ আকৰ্ষণ। 'ম্যানমাৰৰ সোণালী ত্রিভুজ' ড্রাগছ ব্যৱসায়ৰ এক ৰহস্যোপম আৰু চাঞ্চল্যকৰ কাহিনী। ১৯৯৯ চনত লেখক গোস্বামীয়ে তেওঁৰ দুজন সাংবাদিক বন্ধুৰ সৈতে লগ লাগি ম্যানমাৰৰ সোণালী ত্রিভুজৰ সন্ধানত এক ভ্রমণ-সূচী হাতত লৈছিল। ম্যানমাৰ, লাউচ আৰু থাইলেণ্ডৰ সুবৃহৎ অঞ্চলৰ দুৰ্গম জংঘলে ভৰা পাহাৰীয়া আৰু দ এলেকা সামৰি গঢ়ি উঠা এই 'সোণালী ত্রিভুজ'ৰ বসবাসকাৰী থাই, চান, লাও, মেও, আখা, লাহো আদি জনগোষ্ঠীসমূহৰ জীৱিকাৰ প্ৰধান উপায় আফু খেতিৰ পৰা মৰফিন, মৰফিন হাইড্ৰ'ক্লৰাইড, ব্রাউন চুগাৰ আৰু হিৰ'ইন উৎপাদনৰ কাহিনীকে ধৰি আন্তৰ্জাতিক ড্ৰাগছ

ব্যৱসায়ৰ সমগ্ৰ প্ৰক্ৰিয়াটোৰ কথা এই নিবন্ধত বিস্তাৰিতভাৱে আলোচনা কৰা হৈছে। গোস্বামীৰ ঐকান্তিক তথ্যানুসন্ধান, যুক্তিনিষ্ঠ বিশ্লেষণ আৰু নিখুঁট উপস্থাপনৰ ক্ষমতা সঁচাকৈয়ে নশলাগি নোৱাৰি। এই সোণালী ত্ৰিভুজৰ পৰাই মণিপুৰৰ ইম্ফল হৈ উত্তৰ-পূৰ্বাঞ্চললৈ ড্ৰাগছ সৰবৰাহ হয়। থাইলেণ্ড আৰু হংকং হৈ ইউৰোপ আৰু আমেৰিকালৈও ড্ৰাগছ যায়। এই ড্ৰাগছ ব্যৱসায়ৰ মাফিয়া সম্ৰাট খুনচাৰ উত্থান আৰু একাধিপত্য প্ৰতিষ্ঠাৰ কাহিনীত চমক আৰু শিহৰণ আছে। তেওঁৰ সতে আনকি ম্যানমাৰৰ সেনাৰো সম্পৰ্ক আছে। ভাৰত চৰকাৰে ভাৰত-ম্যানমাৰ সীমান্তত ড্ৰাগছৰ চোৰাং ব্যৱসায় বন্ধ কৰিব নোৱাৰিলে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল ড্ৰাগছৰ কৱলত সোমাই পৰাৰ দুৰ্ভাৱনাক নিবন্ধটোত সঠিক আৰু সময়োচিতভাৱে তুলি ধৰা হৈছে। ম্যানমাৰৰ বিদ্ৰোহী সমস্যাটোকো এই ড্ৰাগছ ব্যৱসায়ৰ পৰা নিলগাই চাব নোৱাৰি। 'ম্যানমাৰক কোঙা কৰি ৰাখিছে সশস্ত্ৰ বিদ্ৰোহীয়ে' নামৰ নিবন্ধত গোস্বামীয়ে বিদ্ৰোহী সমগঠনবোৰক পৰিচয় কৰি দিয়াৰ লগতে সিবিলাকৰ শতিকাজোৰা ক্ষমতাৰ যুঁজ আৰু বিদ্ৰোহী কাৰ্যকলাপবোৰৰ বিষয়ে বিস্তাৰিতভাৱে আলোচনা কৰিছে। ম্যানমাৰৰ সামৰিক চৰকাৰে দেশখনৰ জনগোষ্ঠীবোৰৰ স্বায়ত্ব শাসনৰ দাবী মানি নোলোৱাৰ বাবেই বিদ্ৰোহী সংগঠন আৰু কাৰ্যকলাপবোৰৰ উদ্ভৱ হৈছে বুলি নিবন্ধটোত কোৱা হৈছে। মণিপুৰৰ ম'ৰে চহৰত গঢ়ি উঠা বিদেশী সামগ্ৰীৰ চোৰাং ব্যৱসায়ৰ ভয়াৱহতাৰ কথা অনুৰূপ নামৰ নিবন্ধটোত আলোচনা কৰাৰ উপৰি মণিপুৰৰ বিদ্ৰোহী সংগঠনবোৰৰ বিষয়েও আন এটা নিবন্ধত আলোচনা কৰা হৈছে। মণিপুৰৰ ম'ৰে চহৰ হৈ দৈনিক কোটি কোটি টকাৰ চোৰাং বিদেশী সামগ্ৰী আমাৰ দেশলৈ আহি থকাটো নিতান্তই উদ্বেগজনক ঘটনা। এই ক্ষেত্ৰত চোৰাং ব্যৱসায়ীৰ সৈতে আমাৰ আৰক্ষী আৰু কাষ্টমচ্ বিভাগৰ লোকসকলৰ, আনকি সেনা বাহিনীৰ লোকৰো সহযোগ দেশৰ নিৰাপত্তা আৰু অৰ্থনীতিৰ বাবেই গভীৰ দুঃশ্চিন্তাৰ কাৰণ। 'মণিপুৰৰ ঐতিহ্য চাঙ্গাই' নামৰ নিবন্ধটোত সেই নামৰ পশুটো আৰু বন্যপ্ৰাণী অভয়াৰণ্য কেইখনৰ বিষয়ে বিস্তাৰিত আৰু সৰস বৰ্ণনা আছে। আমাৰ জ্ঞানৰ পৰিসৰ বৃদ্ধিত নিবন্ধটোৱে নিশ্চয় প্ৰভূত সহায় কৰিব। 'ষ্টিলৱেলে নিৰ্মাণ কৰা লিডু-ভামো-বাৰ্মা পথ' নামৰ নিবন্ধটোত পথটোৰ নিৰ্মাণৰ ইতিহাস তুলি ধৰাৰ লগতে অসম-বাৰ্মাৰ সেই ঐতিহাসিক সম্পৰ্কৰ পটভূমিত 'লিডু-ভামো-বাৰ্মা' নামটোৰ প্ৰাসংগিকতাকো লেখকে সাব্যস্ত কৰিছে।

অৱশ্যে সংকলটিত কেৱল ঐতিহাসিক তথ্য-পাতি আৰু সমসাময়িক ঘটনাৰ বৰ্ণনা মাত্ৰই নাই। কেইটামান নিবন্ধত মানুহ আৰু প্ৰকৃতিৰ পুৰাতন আৰু প্ৰবৃত্তি গত সম্পৰ্কৰ আৱেগবিজড়িত কাহিনীও লিপিবদ্ধ হৈছে। 'বনৰীয়া হাতীৰ অস্ত্ৰোপচাৰ' নামৰ নিবন্ধত পাঠকে তেনে এক আৱেগিক আনন্দ বিচাৰি পাব। 'হাতী চিকাৰ'ত পোৱা যায় লোক-সাহিত্যৰ এবিধ মূল্যৱান সমল। 'নুমলীগড়ৰ ঐতিহাসিক দেওপাহাৰ' নামৰ

নামবৰৰ পৰা ম্যানমাৰলৈ

নিবন্ধত ঐতিহাসিক সমল সন্ধানৰ লগতে সংপৃক্ত হৈ আছে কাব্যিক কাৰুণ্যৰ জিলিকণি। একেদৰে 'হিমালয়ৰ ৰহস্যৰ সন্ধানত' নিবন্ধটি ভ্ৰমণ কাহিনীৰ দৰেই চাঞ্চল্যকৰ আৰু সুখপাঠ্য। ইয়াত তথ্য আছে, বিস্ময় আছে, সৰস বৰ্ণনা আছে, সৌন্দৰ্যানুভূতিৰ নিৰ্যাস আছে। লেখকৰ কথা, "অদ্বিতীয় সৌন্দৰ্যৰে মহীয়ান হিমালয়ৰ বাস্তৱতা আৰু ইয়াৰ ওপৰত বৰ্ণিত লোক-কথাসমূহে একেলগেই চিৰপ্ৰৱাহমান গতি কৰি আছে। যাৰ গাত ভেঁজা দি মানুহে সহজ অৰ্থত ইয়াৰ ৰহস্যঘন আচৰণক অতি -প্ৰাকৃতিক বুলি ক'বলৈ প্ৰয়াস কৰিছে।" নিবন্ধটিয়ে হিমালয় সম্পৰ্কে পাঠকৰ অনুসন্ধিৎসা নিশ্চয় বৃদ্ধি নকৰাকৈ নাথাকে।

সংকলনটিত 'বৰ্ণিহাটৰ বন মহাবিদ্যালয়' আৰু 'ডেৰাডুনৰ বন গৱেষণা কেন্দ্ৰ' নামৰ দুখন সাংবাদিকতামূলক প্ৰতিবেদন আছে। বৰ্ণিহাটৰ বন মহাবিদ্যালয় সম্পৰ্কীয় তথ্যপাতিখিনিয়ে কেন্দ্ৰৰ অবিচাৰৰ প্ৰতি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব। এনেদৰেই লিডু-মাৰ্ঘেৰিটাৰ মুক্ত কয়লা খননে অঞ্চলটোৰ কৃষি আৰু কৃষক সমাজৰ নিৰাপত্তাৰ প্ৰতি সৃষ্টি কৰা ভাবুকিৰ প্ৰতি আমাৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰি সাংবাদিক গোস্বামীয়ে সততাৰে নিজৰ কৰ্তব্য পালন কৰিছে। কয়লা মাফিয়াসকলৰ উৎকোচ বা ভয়-ভাবুকিত থলুৱা সাংবাদিকসকলৰো বহুতেই যেতিয়া নিজৰ মুখ আৰু কলম বন্ধ কৰি ৰাখিবলগীয়া হয়, সেই সময়ত গোস্বামীৰ দৰে সাংবাদিকে দূৰৈৰ পৰা হ'লেও সমস্যাটোক ৰাজহুৱাকৈ তুলি ধৰাটো প্ৰশংসনীয় বুলিয়েই ক'ব লাগিব।

সাংবাদিকতা অনুসন্ধানমূলক আৰু তথ্যনিৰ্ভৰ হোৱাৰ লগতে যে ভাল সাহিত্য-কৰ্মও হ'ব পাৰে তাৰ উদাহৰণ হৈছে এই সংকলনটি। ইয়াত ঠায়ে ঠায়ে ভাষাৰ দুৰ্বলতা আৰু প্ৰকাশভংগীৰ জঠৰতা নিশ্চয় পৰিলক্ষিত হ'ব পাৰে। কিন্তু সামগ্ৰিকভাৱে ইয়াৰ তথ্যসমৃদ্ধ আৰু বৈচিত্ৰ্যপূৰ্ণ নিবন্ধবোৰে আমাৰ জ্ঞানৰ পৰিসৰ বহলোৱাৰ লগতে ৰসাস্বাদনৰো সুযোগ নিদিয়াকৈ নাথাকে। আমাৰ বিশ্বাস, লেখক গোস্বামীয়ে তেওঁৰ বিচিত্ৰ অভিজ্ঞতাবোৰৰ উপযুক্ত বাহন হ'ব পৰাকৈ এটা উপযুক্ত তথ্যবিশিষ্ট প্ৰকাশভংগী আৰু ব্যঞ্জনাময় ভাষা নিজৰ অবিৰত চৰ্চা আৰু অনুশীলনৰ জৰিয়তেই আয়ত্ত কৰি ল'ব পাৰিব আৰু অসমীয়া সংবাদ সাহিত্যলৈ সমৃদ্ধতৰ অৱদান আগবঢ়াব। পাঠক সমাজে তেওঁৰ এই সংকলনটি আদৰি ল'লে লেখকৰ শ্ৰম সাৰ্থক হ'ব।

গোলাঘাট

২৩.১১.২০০৭

**হীৰেন গঁগৈ**

# আগলতি পাত

মই লেখক নহওঁ। গ্ৰন্থখনৰ আৰম্ভণিতে এইয়া মোৰ পাঠকৰ ওচৰত অকপট স্বীকাৰোক্তি। ঐতিহ্যমণ্ডিত নামবৰ হাবিৰ কাষতে লাগি থকা শিলনিজানৰ শোভনেশ্বৰী চাহবাগিচাত শৈশৱ, কৈশোৰ অতিবাহিত হোৱাত প্ৰকৃতিৰ উদাৰ সান্নিধ্য বাৰুকৈয়ে লাভ কৰিছিলো। প্ৰকৃতিৰ প্ৰতি থকা এনে অনন্য উপলব্ধিৰ এক জটিল সন্ধিক্ষণত সমাজখনৰ বাবে কিবা এটা কৰাৰ মানসিকতাই মোৰ অন্তৰাত্মাত অনুৰণন সৃষ্টি কৰিলে। যাৰ বাবে ১৯৯৭ চনৰ ১১ জুলাইত 'আজিৰ বাতৰি' কাকতৰ যোগেদি হাতত কলম তুলি লৈছিলো। তাৰ পৰাই আৰম্ভ হৈছিল সংবাদ সেৱীৰ ৰূপত অন্য এক যাত্ৰা। সংবাদ জগতত অনেক অভিজ্ঞতাই মোৰ মনত খু-দুৱাই থাকিলে নিৰৱচ্ছিন্ন ৰূপত। অসমৰ ইমূৰৰ পৰা সিমূৰকে ধৰি প্ৰতিবেশী ৰাজ্য অৰুণাচল, মেঘালয়, মণিপুৰ, নাগালেণ্ড আৰু চুবুৰীয়া ৰাষ্ট্ৰ ম্যানমাৰলৈকে সম্প্ৰসাৰিত হৈছে সংবাদ যুগুতৰ উৎস সন্ধানী এই যাত্ৰা। সেইবোৰৰ পৰা লাভ কৰা তথ্য-অভিজ্ঞতা আদিক লৈ বিভিন্ন সময়ত 'আজিৰ বাতৰি', 'দৈনিক অসম', 'দৈনিক জনমভূমি'কে ধৰি অসমৰ আগশাৰীৰ কাকত-আলোচনীত বাতৰি, প্ৰতিবেদন আৰু প্ৰবন্ধৰ ৰূপত প্ৰকাশ কৰি আহিছো। এই লেখা-মেলাবোৰ বহুকেইজন শুভাকাংক্ষীয়ে পুথি আকাৰেৰে প্ৰকাশৰ তাগিদা দি অহাত তাৰে কিছু অংশ সজাই-পৰাই পুথি আকাৰেৰে প্ৰকাশৰ উপযোগী কৰি উলিওৱা হৈছে। এসময়ত নামবৰ হাবিৰ পৰা ম্যানমাৰলৈকে বনৰীয়া হাতীৰ আহ-যাহ আছিল। আজি বনাঞ্চলসমূহত চলা বেদখলে হাতীৰ আহ-যাহ কৰা কৰিডৰসমূহ বন্ধ হ'ল। বিশেষকৈ পৰিৱেশ সম্পৰ্কীয় আৰু যুৱ-মানসিকতাক পঙ্গু কৰি অনা ড্ৰাগছ্‌ৰ লগতে বিদ্ৰোহী কাৰ্য-কলাপ সম্পৰ্কীয় লেখাক সামৰি বাস্তৱ ছবি এখন দাঙি ধৰিবলৈ যত্ন কৰা হৈছে। সেইবাবে এই সংকলনত নামবৰৰ বন্যপ্ৰাণীৰ পৰা

## নামবৰৰ পৰা ম্যানমাৰলৈ

ম্যানমাৰৰ ড্ৰাগছৰ ঘাটি, বিদ্ৰোহাত্মক কাৰ্য-কলাপৰ কথা সামৰি লৈ 'নামবৰৰ পৰা ম্যানমাৰলৈ' শিৰোনাম ধাৰ্য কৰা হৈছে। বিভিন্ন ঠাইলৈ যাওঁতে বিভিন্ন জনৰ পৰা আৰু বিভিন্ন গ্ৰন্থ-আলোচনীৰ পৰা এই সংকলনটিত আলোচিত তথ্যসমূহ আৰু কিছু আলোকচিত্ৰ সংগ্ৰহ কৰিছিলো। এইসকলৰ ওচৰত মই ঋণগ্ৰস্ত। পুথিখনে অনুসন্ধিৎসুজনৰ কিঞ্চিৎ মানো উপকাৰ সাধন কৰিলে মোৰ শ্ৰম সাৰ্থক হৈছে বুলি ভাবিম।

বিশিষ্ট লেখক হীৰেন গগৈদেৱে তেখেতৰ বহুমূলীয়া সময় খৰচ কৰি গ্ৰন্থখনিত পাতনি লিখি দিয়াৰ লগতে পুথিখনি প্ৰকাশৰ ক্ষেত্ৰত সততে দিহা-পৰামৰ্শ আগবঢ়াই উৎসাহিত কৰি অহা মোৰ শ্ৰদ্ধাৰ শিক্ষাগুৰু, বিশিষ্ট উদ্ভিদ বিজ্ঞানী ড° পদ্মেশ্বৰ গগৈ, 'সাতসৰী'ৰ কাৰ্যবাহী সম্পাদক দিগন্ত ওজা, ভাৰতীয় বনসেৱা বিষয়া পূৰ্ণানন্দ বৰদলৈ, 'দৈনিক জনমভূমি'ৰ আৱাসিক সম্পাদক অৰুণ কুমাৰ দাস, 'দৈনিক জনমভূমি' কাকতৰে শান্তনু পূজাৰী, শাংকৰ কৌশিক বৰুৱা, ৰক্তিম ৰঞ্জন বৰুৱা, জেতবন বৰুৱা, প্ৰবক্তা ড° লুকুমণি গোস্বামী, মাধুৰ্য মণ্ডিত বৰুৱা, ভাতৃপ্ৰতিম সাংবাদিক সপোন তামুলী, বিকাশ শৰ্মা, ধ্ৰুৱ কুমাৰ সৰ্দাৰ, ৰোহিত গগৈ, বৰ্ণালী বৰুৱালৈ আন্তৰিক কৃতজ্ঞতা যাচিলো। জাগৰণ প্ৰেছৰ স্বত্বাধিকাৰ কৌস্তুভমণি হাজৰিকা, অক্ষৰ বিন্যাসত থকা মাধবী বৰুৱাকে ধৰি গ্ৰন্থখনি আটক-ধুনীয়াকৈ ছপা কৰি উলিওৱাৰ বাবে প্ৰেছৰ সকলো কৰ্মকৰ্তালৈ ধন্যবাদ জনাইছো।

শেষত অজ্ঞতাৰ বাবে বৈ যোৱা ভুল-ত্ৰুটিৰ বাবে সমূহ পাঠকৰ ওচৰত মাৰ্জনা বিচাৰিছো।

ষ্টেচন ৰোড,
গোলাঘাট - ৭৮৫৬২১

**অপূৰ্ব বল্লভ গোস্বামী**
৩০ নৱেম্বৰ, ২০০৭

# প্ৰকাশকৰ একাষাৰ

জ্ঞান আৰু ৰসৰ জগতখনলৈ যৎকিঞ্চিত অৰিহণা যোগোৱাৰ লক্ষ্যৰে 'জাগৰণ প্ৰকাশন' গ্ৰন্থ প্ৰকাশৰ বাবে আগবাঢ়ি আহিছে। মানৱীয় ভাব-অনুভূতিৰ মূৰ্ত প্ৰকাশৰ মাধ্যম গ্ৰন্থই মানুহৰ পৰা মানুহলৈ সেতু গঢ়ে, বিস্তাৰ ঘটায় জ্ঞানৰ। গ্ৰন্থৰ ক্ষমতা অসীম। সমগ্ৰ বিশ্বক একেডাল সূতাতে বান্ধি মৈত্ৰীৰ সেতু গঢ়াৰ ক্ষেত্ৰতো গ্ৰন্থই গ্ৰহণ কৰে অপৰিসীম ভূমিকা। গ্ৰন্থ মানুহৰ হ'ব পাৰে অন্তৰংগ বন্ধু। মানৱীয় ভাব আৰু অনুভূতিৰে পূৰ্ণ গ্ৰন্থ একোখনে মানুহক জ্ঞানৰ এনে এখন জগতলৈ লৈ যায় যিখন জগতত কপটতা, হিংসা, অসূয়াৰ স্থান নাই। যিখন জগতৰ বাসিন্দাসকলে 'ৰূপ-বৰ্ণ-বাক'ৰ ঐশ্বৰ্যত মুগ্ধ হৈ বিচাৰি পাব পাৰে জীৱনৰ অভিনৱ অৰ্থ। আনহাতে গ্ৰন্থই মানুহক দান কৰে অবৰ্ণনীয় সৌন্দৰ্য আৰু এনে মানসিক ৰূপৰ আকৰ্ষণ যুগ-যুগান্তৰতো শেষ নহয়। আমিও জ্ঞান আৰু ৰসৰ এই পৃথিৱীখনৰ সৌন্দৰ্যাতীত ৰূপৰ প্ৰতি মোহাবিষ্ট হৈ গ্ৰন্থ-বিপ্লৱৰ অংশীদাৰ হোৱাৰ প্ৰয়াস কৰিছো।

অসমৰ সাংবাদিকতাৰ জগতখনত নিৰ্ভীক আৰু আপোচহীন ৰূপত নিজকে উপবিষ্ট কৰাই ৰাইজৰ প্ৰশংসা আৰু দুটাকৈ সাংবাদিকতাৰ বঁটা লাভ কৰিবলৈ সক্ষম হোৱা গোলাঘাটৰ সাংবাদিক অপূৰ্ব বল্লভ গোস্বামীৰ অভিজ্ঞতালব্ধ জীৱনৰ প্ৰতিফলন 'নামবৰৰ পৰা ম্যানমাৰলৈ' প্ৰকাশ কৰিবলৈ পাই আমি গৌৰৱ অনুভৱ কৰিছো। সাংবাদিকতা আৰু ব্যৱসায়ৰ ব্যস্ততাৰ মাজতো অসমৰ জাতীয় স্বাৰ্থৰ হকে অহোপুৰুষাৰ্থ কৰি অহা গোস্বামীৰ এই গ্ৰন্থখনিয়ে প্ৰকৃতিপ্ৰেমীসকলৰ উপৰি প্ৰত্যেকজন ব্যক্তিকে নব্য চিন্তাৰ খোৰাক দিব বুলি আমি আশাবাদী। গ্ৰন্থখনিত অন্তৰ্ভুক্ত তথ্যসমৃদ্ধ ৰচনাৱলীয়ে অসমীয়া সাহিত্যৰ বিশেষ দিশটোকো সমৃদ্ধ কৰিব বুলি আশা কৰিছো। গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত বিশেষভাৱে সহায়-সহযোগিতা আগবঢ়োৱা দেৱৰাজ ৰয় মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা ধ্ৰুৱ কুমাৰ চৰ্দাৰলৈ কৃতজ্ঞতা জনালো। পাঠক সমাজে 'নামবৰৰ পৰা ম্যানমাৰলৈ' আদৰি লৈ লেখকৰ প্ৰচেষ্টাৰ প্ৰতি সঁহাৰি দান কৰিলে উৎসাহিত হ'ম।

৩০ নৱেম্বৰ, ২০০৭ খ্ৰীষ্টাব্দ
গোলাঘাট

**কৌস্তুভমণি হাজৰিকা**

# বিষয়-সূচী

# নামবৰ

গোলাঘাট চহৰৰ পৰা প্ৰায় ১৫ কিলোমিটাৰ নিলগৰ নামবৰ হাবি বিশ্বৰ ভিতৰতে সবাতকৈ পুৰণি বনাঞ্চল হিচাপে খ্যাত। নামবৰ বনাঞ্চলে ৰাছিয়াৰ আৰ্হ্বাইন্ড বনাঞ্চলৰ সমসাময়িক সুকীৰ্তি পাইছিল বুলি কিছুদিনৰ আগতে নামবৰ বনাঞ্চললৈ অহা মস্কো বিশ্ববিদ্যালয়ৰ Entomology বিভাগৰ মুৰব্বী অধ্যাপক ড° মাৰ্জিন ভাডিজি চাতোভিকৰ পৰা জনা গৈছিল। তদুপৰি বিশ্বৰ উদ্ভিদবিদসকলে নামবৰ বনাঞ্চল আৰু ৰাছিয়াৰ Earstwhile বনাঞ্চলক উদ্ভিদ জগতৰ গৱেষণাৰ স্থল হিচাপে লোৱা বুলি চাতোভিকে জনাইছিল। নামবৰ হাবি ২৬.০০° - ২৬.৩৫° উত্তৰ অক্ষাংশ আৰু ৯৩.৪০″ - ৯৪.০০″ পুব দ্ৰাঘিমাংশৰ মাজত অৱস্থিত। উচ্চতা সমুদ্ৰপৃষ্ঠৰ পৰা প্ৰায় ১০০ মিটাৰ। নামবৰ হাবিৰ জলবায়ু উপ-নাতিশীতোষ্ণ মণ্ডলৰ অন্তৰ্ভুক্ত। বনাঞ্চলখনত জুলাই মাহত সৰ্বাধিক বৃষ্টিৰ পৰিমাণ প্ৰায় ১২০ চেন্টিমিটাৰ। নামবৰ হাবিৰ মাজেৰে ধনশিৰি নদী বৈ যোৱাৰ লগতে নামবৰ, দৈয়াং, দৈগ্ৰোং আৰু ৰেংমা উপনৈ বৈ গৈছে। নামবৰ নামটোৰ উৎপত্তিৰ বিষয়ে সঠিকভাৱে জনা নাযায় যদিও কাৰ্বিসকলে নামবৰ হাবিৰ নৈখনৰ নাম নামবৰ বুলি কোৱাৰ পৰা হাবিখন নামবৰ নামে জনাজাত হ'ল যেন লাগে।

বিভিন্ন জান-জুৰিৰে উপবিষ্ট নামবৰত কেইবাখনো বিল আছে; যেনে—চেকাইমৰা, দীঘলী, ম'হমৰা, বান্দৰদেৱা বিল ইত্যাদি। ধনশিৰি আৰু ইয়াৰ উপনৈ, নামবৰ নৈৰ সংস্পৰ্শত নামবৰ বন্যপ্ৰাণী অভয়াৰণ্যক প্ৰাকৃতিকভাৱে আকৰ্ষণীয় কৰি তুলিছে। গেলিংপুং, বৰপুং, ফটাশিল জলপ্ৰপাত, গৰমপানী উঁহৰ দৰে গৌৰৱোজ্জ্বল সম্পদসমূহ ভৌগলিকভাৱে আকৰ্ষণীয় আৰু প্ৰকৃতিপ্ৰদত্ত নামবৰৰ এক সৌন্দৰ্যৰ প্ৰতীক।

ব্ৰিটিছসকলৰ শাসন কালতে প্ৰাকৃতিক ভাৰসাম্যৰ কথা চিন্তা কৰি ১৮৭২ চনৰ ৯ আগষ্টৰ দিনটোতে গোলাঘাট মহকুমাৰ ১,৪১,৩৬৪ হেক্টৰ বনাঞ্চলক নামবৰ সংৰক্ষিত বনাঞ্চল হিচাপে ঘোষণা কৰিছিল। ১৯২৬ চনত ব্ৰিটিছে আলিবাট, ৰেল লাইন আৰু বনাঞ্চলখনৰ কাষৰ কিছু অঞ্চল গাঁওবাসীক এৰি

দিয়াত বনাঞ্চলখনৰ আকাৰ ৭২,৪৮৬ হেক্টৰ হয়। স্বাধীনতাৰ পিছত ১৯৫২ চনৰ ১০ জুলাইত মেম' নং এ এফ আৰ ১৯৯ /৫২ ৰ যোগে নামবৰ সংৰক্ষিত বনাঞ্চলৰ ৬.৫০ বৰ্গ কিলোমিটাৰ অংশ গৰমপানী অভয়াৰণ্য হিচাপে ঘোষণা কৰে। ১৯৬৫-৬৬ বৰ্ষত নামবৰ বনাঞ্চলক দুটা ভাগত বিভক্ত কৰি উত্তৰ নামবৰ আৰু দক্ষিণ নামবৰ সংৰক্ষিত বনাঞ্চল হিচাপে নামকৰণ কৰে। উত্তৰ নামবৰ সংৰক্ষিত বনাঞ্চলৰ ১৬,৬৩৩ হেক্টৰ বনাঞ্চল কাৰ্বি পাহাৰ জিলাক হস্তান্তৰ কৰে। উত্তৰ নামবৰ বনাঞ্চলৰ সীমা ১৫,৪১০ হেক্টৰ অঞ্চল হোৱাৰ লগতে দক্ষিণ নামবৰ ১৭,১৫২ হেক্টৰ অঞ্চল সীমা হিচাপে বনবিভাগে জৰীপত দেখুৱায়। দক্ষিণ নামবৰ অঞ্চল গোলাঘাট জিলাৰ অসম-নাগালেণ্ড সীমান্তৰ গাতে লাগি থকাত অসম চৰকাৰৰ সম্পূৰ্ণ অৱহেলাৰ বাবেই নগা আৰু অ-নগা মিলি দক্ষিণ নামবৰ বনাঞ্চল আজি সম্পূৰ্ণৰূপে ধ্বংস কৰি জন-অৰণ্যলৈ ৰূপান্তৰ ঘটালে। এই বৃহৎ বনাঞ্চলখন ধ্বংস হোৱাত বন্যপ্ৰাণী আৰু বহুতো বিৰল প্ৰজাতিৰ উদ্ভিদৰ বিলুপ্তি ঘটিল। দক্ষিণ নামবৰৰ লগতে অসম-নাগালেণ্ড সীমান্তত থকা গোলাঘাটৰ ১৮,৩৬৫.৭৪ হেক্টৰ ডিফু সংৰক্ষিত বনাঞ্চল, ১৩,৯২১.৬৮ হেক্টৰ ৰেংমা সংৰক্ষিত বনাঞ্চল আৰু ২৪,৬৩৫.৮৩ হেক্টৰ দৈয়াং সংৰক্ষিত বনাঞ্চল সম্পূৰ্ণৰূপে ধ্বংস হোৱাৰ ফলত গোলাঘাট জিলাৰ জলবায়ুৰ পৰিৱৰ্তন ঘটিল। ৮৪,০৭৫.২৫ হেক্টৰ বনাঞ্চল ধ্বংসই গোলাঘাট জিলাখন খৰাং কৰি তোলাৰ লগতে মাটিৰ পানী ক্ৰমাৎ কমি যোৱাৰ লগতে বতাহ ধুমুহা অঞ্চলটোত বেছিকৈ হ'বলৈ ধৰিলে। উত্তৰ নামবৰ সংৰক্ষিত বনাঞ্চলখন জৈৱ বৈচিত্ৰ্যপূৰ্ণ বনাঞ্চল যদিও বন বিভাগৰ চূড়ান্ত অৱহেলাৰ বাবেই বনাঞ্চলখন বিশেষকৈ ধনশিৰি নৈৰ কাষত কছাৰীহোলা, গেলিপুং, ঔগুৰি, হুইহিং পথাৰ, ৰাজগড় আদি অঞ্চল নামকৰণেৰে বেদখলকাৰীয়ে গাঁও পাতিলে। ২০০১ চনৰ ১৯ জুলাইত নামবৰ বনাঞ্চলৰ ঔগুৰি অঞ্চলত প্ৰায় ১০০ বিঘা মাটিত গোলাঘাটৰ বনসংমণ্ডল প্ৰাধিকাৰী পূৰ্ণানন্দ বৰদলৈয়ে গোলাঘাট উৰিয়ামঘাট, জামুগুৰি, নাওজান আদি ৰেঞ্জৰ বিষয়া-কৰ্মচাৰীক লৈ ১৫ হাজাৰতকৈ অধিক গছ পুলি ৰোপণ কৰি বেদখল কিছু ৰোধ কৰিবলৈ প্ৰচেষ্টা হাতত লৈছিল। কিন্তু পৰৱৰ্তী পৰ্যায়ত বন বিষয়াসকলৰ সম্পূৰ্ণ উদাসীনতাৰ বাবে উক্ত গছ পুলি ৰোপণ কৰা ভূখণ্ডও বেদখলকাৰীৰ হাতলৈ গ'ল। নামবৰৰ অস্তিত্ব ৰ'ল কেৱল ৩৯ নং ৰাষ্ট্ৰীয় পথৰ দুয়োকাষে থকা কিছু বনাঞ্চলতহে। নামবৰ

বনাঞ্চলৰ যিকণ অৱশিষ্ট আছেগৈ তাতে এতিয়া বিৰল প্ৰজাতিৰ বন্যপ্ৰাণী আৰু বনজ উদ্ভিদ আছে। এই লেখক, ড° পদ্মেশ্বৰ গগৈ, অৰূপ বল্লভ গোস্বামী, ড° যতীন্দ্ৰ নাথ শইকীয়া, সীমা নাথ আদি পৰিবেশকৰ্মীয়ে অসম চৰকাৰক আৰু সেই সময়ৰ কেন্দ্ৰীয় মন্ত্ৰী মানেকা গান্ধীক স্মাৰক পত্ৰ প্ৰদান কৰি নামবৰক বন্যপ্ৰাণী অভয়াৰণ্য ঘোষণাৰ দাবী কৰিছিল। নামবৰৰ বেদখল ৰোধ কৰিবৰ বাবে নামবৰক তৎকালে বন্যপ্ৰাণী অভয়াৰণ্য ঘোষণা কৰিবলৈ দিয়া স্মাৰক পত্ৰৰ ভিত্তিত ২৯-১১-৯৯ তাৰিখে মানেকা গান্ধীয়ে সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তলৈ এক পত্ৰ প্ৰেৰণ কৰিছিল। উক্ত পত্ৰৰ এক প্ৰতিলিপি এই লেখকলৈয়ো প্ৰেৰণ কৰিছিল।



श्रीमती मेनका गांधी
SMT MANEKA GANDHI

सामाजिक न्याय और
अधिकारिता राज्य मंत्री
(स्वतंत्र प्रभार)
शास्त्री भवन
नई दिल्ली-110001
भारत
MINISTER OF STATE FOR
SOCIAL JUSTICE AND EMPOWERMENT
(INDEPENDENT CHARGE)
SHASTRI BHAWAN
NEW DELHI-110001
INDIA

Shri PK Mohanty
Hon'ble CM
Guwahati
[illegible]

[illegible] received a copy [illegible] conducted [illegible] of academic [illegible] environmental [illegible] which [illegible] rare and endangered species of plants, birds and animals existing in the Nambor Reserve Forest. From this [illegible] it is clear that the Nambor Reserve Forest is one of the richest biodiversity areas in the state.
In view of this, it is strongly recommended to declare this area of 19,500 hectares combining Nambor (North) and the adjoining Upper and Lower Doigrong Reserve Forest as a Wildlife Sanctuary.
As you well know, forest land is under severe pressure. It is rapidly being denotified or encroached upon.
By designating the area as a Wildlife Sanctuary, you will ensure that at least this forest remains inviolable against such pressures, and the rare and diverse species that it harbours survive for posterity.

I would appreciate your positive decision in the matter and look forward to your confirmation.

With Best Wishes,

(Smt Maneka Gandhi)

উচ্চতম ন্যায়ালয়ৰ নিৰ্দেশমৰ্মে ২০০২ চনৰ ৫ জুনৰ পৰা ১৯ জুনলৈকে গোলাঘাটৰ সেই সময়ৰ বন সংমল প্ৰাধিকাৰী সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঁয়ে নামবৰ

বনাঞ্চলত বেদখল উচ্ছেদ অভিযান চলায়। এই উচ্ছেদ অভিযানত ৬৮৫ টা ঘৰ উচ্ছেদ কৰাৰ লগতে ২১০০ হেক্টৰ বনাঞ্চল বেদখলকাৰীৰ পৰা মুক্ত কৰে। উক্ত উচ্ছেদত প্ৰায় ৪ হাজাৰ লোক গৃহহীন হৈছিল। জিলা প্ৰশাসনে গৃহহীন লোকৰ পুনৰ সংস্থাপনৰ ব্যৱস্থা নোলোৱাত পুনৰ নামবৰ বনাঞ্চলতে সেইসকলে বসবাস কৰিবলৈ ল'লে।

অৱশেষত উত্তৰ নামবৰৰ বেদখল অংশ বাদ দি ২০০৩ চনৰ ৫ ছেপ্টেম্বৰত ৫৪৯২ হেক্টৰ উত্তৰ নামবৰ আৰু উজনি আৰু নামনি দৈগ্ৰোং সংৰক্ষিত বনাঞ্চলৰ ৯৭.১৫ বৰ্গ কিঃ মিটাৰক চৰকাৰে নামবৰ দৈগ্ৰোং বন্যপ্ৰাণী অভয়াৰণ্য হিচাপে ঘোষণা কৰে। নামবৰক বন্যপ্ৰাণী অভয়াৰণ্য ঘোষণাত অসম চৰকাৰৰ প্ৰশাসনিক বিষয়া ড° আনোৱাৰুদ্দিন চৌধুৰীয়ে এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। জৈৱ বৈচিত্ৰ্যৰে চহকী নামবৰ-দৈগ্ৰোং বন্যপ্ৰাণী অভয়াৰণ্যত হাতী, মেথোন, ঢেঁকীয়াপতীয়া বাঘ, নাহৰফুটুকী বাঘ, গোধাফুটুকী বাঘ, কুকুৰনেছীয়া বাঘ, লতামাকৰী বাঘ, হলৌ বান্দৰ, লাজুকী বান্দৰ, হনুমান বান্দৰ, গাহৰিনেজীয়া বান্দৰ, মলুৱা বান্দৰ, শহা পহু, সুগৰি পহু, শৰ পহু, গাহৰি, মাটি গাহৰি, নল গাহৰি, জহামাল, গেণ্ডেৰা, বনবোন্দা, উদ, কের্কেটুৱা, উৰণীয়া কের্কেটুৱা, কেটেলা পহু, বনৰৌ, গুই আৰু বিভিন্ন প্ৰজাতিৰ সাপ আছে। তদুপৰি নামবৰত বিভিন্ন প্ৰজাতিৰ কাছ, যেনে— বৰকাছ, ঢোৰা কাছ, খতৌ কাছ, উলু কাছ আদি পোৱা যায়।

নামবৰৰ জীৱ-বিচিত্ৰতাক কেতিয়াও নেওচিব নোৱাৰি। প্ৰকৃতিৰ চিৰলগৰী বিভিন্ন প্ৰজাতিৰ চৰাই ইয়াত পোৱা যায়। যেনে— ধণেশ, লক্ষ্মী ফেঁচা, ৰজা শগুণ, টেকটেকী, কনুৱা, তেলীয়া সাৰেং, হাড়গিলা, বৰটোকোলা, বৰশৰালি, দেওঁহাহ, কুৰুৱা, উকহ, দেওডৰিক, হুদু, ফেঁচা, শামুকভঙা, চিলনী, মাছৰোকা, ডাউক, ডৰিক, বাঢ়েটোকা, সখিয়তী, বনকুকুৰা, ভীমৰাজ, কাম চৰাই, কাকৈশিৰা, পৰঘুমা, হাইঠা, শিলকপৌ, বনকপৌ, মইনা, মৌপিয়া, খিতৰাজ, আদি বহুতো। ইয়াৰ উপৰি নামবৰত বিভিন্ন প্ৰজাতিৰ মৌ-মাখি আৰু কীট-পতংগ পোৱা যায়।

বন্যপ্ৰাণীৰ লগতে নামবৰত বহু দুষ্প্ৰাপ্য উদ্ভিদ পোৱা যায়। বিভিন্ন প্ৰজাতিৰ উদ্ভিদেৰে ভৰা নামবৰ বিশ্বৰ ভিতৰতে এটা উল্লেখনীয় গৱেষণাগাৰ। বিভিন্ন বনৌষধি গছৰ সমাহাৰে নামবৰক প্ৰাচুৰ্য প্ৰদান কৰিছে। এই বনাঞ্চলতে

আছে বিশুদ্ধ খোৱাপানী পাব পৰা ঔলতা বা পানীলতা উদ্ভিদ। বনাঞ্চলত পৰিভ্ৰমণ কৰা লোকে পিয়াহ লাগিলে ঔলতা কাটি পানী খাই পিয়াহ গুচায়। এই ঔলতাৰ ওপৰতে গোলাঘাটৰ ৰোহন বৰা আৰু অন্তৰা বৰা ভাতৃ-ভগ্নীদ্বয়ে প্ৰস্তুত কৰা ঔলতা প্ৰকল্প চেণ্টাৰ ফৰ অলটাৰনেট এডুকেশ্যন (চি ই ই)ৰ বাছনিত নিৰ্বাচিত হোৱাৰ পৰিপ্ৰেক্ষিতত ২০০৬ চনৰ আগষ্ট মাহত চুইডেনৰ ষ্টকহমত আন্তঃৰাষ্ট্ৰীয় জল সপ্তাহত ষ্টকহম জুনিয়ৰ ৱাটাৰ প্ৰদৰ্শনীত অংশগ্ৰহণ কৰিবলৈ সুবিধা লাভ কৰিছিল। ব্ৰিটিছ মিউজিয়ামৰ Christopher Pfezer Jenkins নামৰ এজন বিশ্বৰ আগশাৰীৰ টেঁকীয়া বিশেষজ্ঞই নামবৰ বনাঞ্চলত এমাহ ধৰি টেঁকীয়াৰ ওপৰত এক অধ্যয়ন চলাইছিল। Christopher এ বৃহত্তৰ হিমালয় পৰ্বত মালাৰ টেঁকীয়াৰ বিষয়ে দুখন গ্ৰন্থ প্ৰকাশ কৰে। নামবৰ বনাঞ্চলত তেওঁ টেঁকীয়াৰ বিষয়ে অধ্যয়ন কৰি ১৯৯৬ চনত প্ৰকাশ কৰা কিতাপত বনাঞ্চলখন টেঁকীয়াৰ ক্ষেত্ৰত যথেষ্ট চহকী বুলি মন্তব্য কৰিছে। নামবৰ বনাঞ্চলৰ এবিধ নতুন প্ৰজাতিৰ টেঁকীয়াক বিশিষ্ট উদ্ভিদবিদ ড° পদ্মেশ্বৰ গগৈৰ নামত '*Thelipteris gogoii*' নামেৰে নামকৰণ কৰা হৈছে। নামবৰ বনাঞ্চলত কেতবোৰ এনে ধৰণৰ উদ্ভিদ আছে যিবোৰ উদ্ভিদ অন্য বনাঞ্চলত দুৰ্লভ। এনে কেইবিধমান উদ্ভিদ হ'ল— *Vanilla tozilifera, Anaectochilus sikkimeusis, Nephrolepis namboresis, Calemus namborsis, Dischidia khasiana* নামবৰত থকা অন্যান্য কিছুমান প্ৰজাতি হ'ল ঃ-

১) শেলুৰৈ - ১২১ টা প্ৰজাতি
২) কাঠফুলা - ৭৯ টা প্ৰজাতি
৩) মাছ - ১০৩ টা প্ৰজাতি
৪) টেঁকীয়া - ৬২ টা প্ৰজাতি
৫) নগ্নবীজী - ২ টা প্ৰজাতি
৬) গুপ্তবীজী উদ্ভিদ- (ক) ৩২৬ টা একবীজপত্ৰী
(খ) ৭৪৯ টা দ্বিবীজপত্ৰী

১৯৯৩-৯৪ চনত গোলাঘাট দেবৰাজ ৰয় মহবিদ্যালয়ৰ উদ্ভিদ বিভাগে নামবৰত নতুনকৈ তিনিবিধ কাঠফুলা আবিষ্কাৰ কৰিছিল। এই তিনিবিধ হ'ল— *1. Lentinus velutinous 2. Clitocybe geotropa 3 Lentinus tuberegium*

ইয়াৰ উপৰি নামবৰৰ পৰা বহু উদ্ভিদ, বিশেষকৈ বেদখলকাৰীৰ কবলত

পৰি ক্ৰমশঃ নিঃশেষ হৈছে। এনে উদ্ভিদ সমূহ হ'ল— তুলাচালনীতা (*Aristolochia saccata*), ব্ৰহ্মমধুৰী (*Talauma hodgsoni*), বনআম (*Magnifera sylvetica*) ললেং টেঙা (*Willughbeia edulis*), চালমোগৰা (*Hydnocapus kurzu*), ঘাঁহ ঢেঁকীয়া (*Schizaea digita*), গছ ঢেঁকীয়া (*Cyathea spinulosa*), মোমাই কেতুৰী (*Acauthphippium sylhetens*), লতা কপৌ ফুল বা ভেনিলা (*Venilla pilifera*), অৰ্কিড ৰত্ন বা জুৱেল অৰ্কিড (*Anoectochilus sikkimensis*), ওৱাহিং বেত (*Calamus namborensis*), ফেলেনিয়পচিচ মণি (*Phalaenopsis manii*)।

বিশ্বৰ ভিতৰতে লেখত ল'ব লগা নামবৰ বনাঞ্চল সংৰক্ষণৰ অভাৱতে আজি বিপদাপন্ন হৈ পৰিছে। এসময়ত নামবৰ বনাঞ্চলৰ ভিতৰলৈ সোমাবলৈকে কঠিন আছিল। এই অৰণ্য ইমানেই ডাঠ আছিল যে হাবিৰ ভিতৰলৈ সূৰ্যৰ পোহৰ সোমাব নোৱাৰিছিল। ৭০ ৰ দশকলৈকে নামবৰ হাবিত মানুহ প্ৰৱেশ কৰিলে জোক লমালমে গাত পৰিছিল। বাৰিষা হাবিখনৰ ভিতৰত অহৰহ বৰষুণ হৈছিল। আন ঠাইৰ পৰা অহা মানুহে হাবিখনত হঠাৎ পৰিবলৈ ধৰা বৰষুণক দেও-ভূত, বুঢ়া-ডাঙৰীয়াৰ কাম বুলি অন্ধবিশ্বাসত শংকিত হৈ বনাঞ্চলখনকে সেৱা জনাইছিল। পিছলৈ চোৰাং কাঠ ব্যৱসায়ীৰ দৌৰাত্ম্য, অবৈধ বেদখলকাৰীয়ে গছ কাটি কাঠনি ভাঙি খেতি কৰাৰ লগে লগে অভয়াৰণ্যখন সংকুচিত হৈ পৰিল। পূৰ্বতে নামবৰ হাবিৰ ভিতৰতে বনবিভাগৰ কাৰ্যালয়সমূহ থকাৰ বাবে বনাঞ্চলখন সংৰক্ষণৰ ক্ষেত্ৰত সহায়ক হৈছিল। কিন্তু বন বিভাগৰ সম্পূৰ্ণ অৱহেলাৰ বাবে উক্ত কাৰ্যালয়সমূহ উঠাঁলি যোৱাৰ উপৰি বিষয়া-কৰ্মচাৰীসকলৰ চহৰমুখী প্ৰৱণতাৰ বাবে কিছুসংখ্যক কাৰ্যালয় আহি গোলাঘাট চহৰ পালেহি। ৭০ ৰ দশকত বনৰীয়া হাতী ধৰিবলৈ নামবৰ হাবিত মহল দিয়াত বনাঞ্চলখনত বনৰীয়া হাতীৰ পৰিমাণ কমাৰ লগতে বেদখলে হাতীৰ বিচৰণ ভূমি হ্ৰাস কৰাত বনৰীয়া হাতীয়ে চুবুৰীয়া গাঁওসমূহ অনিষ্ট কৰিবলৈ লোৱাৰ ফলতে মানুহ আৰু হাতীৰ সংঘাত আৰম্ভ হৈছে। মানুহৰ লগত বনৰীয়া হাতীৰ সংঘাতৰ ফলত বহুকেইটা হাতী নিধন হোৱাৰ লগতে হাতীয়েও মানুহৰ খেতিপথাৰ নষ্ট কৰি বিস্তৰ ক্ষতিসাধন কৰিছে। ১৯৮৬ চনৰ পৰা কেবাবছৰ ধৰি নামবৰ হাবিৰ ৩৯ নং ৰাষ্ট্ৰীয় পথত চলা যান-বাহনৰ আৰোহীৰ পৰা বনৰীয়া হাতীয়ে কল, কুঁহিয়াৰ আদি খাদ্য সামগ্ৰী খোৱাৰ এক বিৰল ঘটনা ঘটিছিল। বন বিভাগে

নামবৰ হাবি সংৰক্ষণৰ নামত ৰাষ্ট্ৰীয় পথত তালাচী চকী বহুৱালে যদিও বনাঞ্চলখনৰ চোৰা চিতা কৰিবলৈ এৰিলে। হাতীৰ খাদ্য, জীৱন নিৰ্বাহৰ পাৰিপাৰ্শ্বিক অৱস্থা, বিচৰণক্ষেত্ৰ কমি অহাত বিশেষকৈ হাতীয়ে অহা-যোৱা কৰা পথ (দণ্ডী) সমূহত বেদখলকাৰীয়ে বাসগৃহ সাজি বন্ধ কৰি দিয়াত মানুহ আৰু হাতীৰ সংঘাত তুংগত উঠিছে। মন কৰিবলগীয়া যে নামবৰ হাবিৰ হাতীয়ে আগতে দৈয়াং সংৰক্ষিত বনাঞ্চল হৈ নগা পাহাৰলৈকে এক বিস্তৃত অঞ্চলত বিচৰণ কৰিছিল। এখন বনাঞ্চলৰ পৰা অন্য এখন বনাঞ্চলক সংলগ্ন কৰা কৰিড'ৰসমূহ সংৰক্ষণ নকৰাৰ বাবেই মানুহেই আজি হাতীৰ বাবে এক সমস্যা হৈ পৰিছে।

নামবৰ বনাঞ্চল সংৰক্ষণৰ ক্ষেত্ৰত সংবাদৰ জৰিয়তে অহোপুৰুষাৰ্থ কৰি অৱশেষত ঘাতকৰ বলি হোৱা নিৰ্ভীক সাংবাদিক প্ৰহ্লাদ গোৱালাক ফ্ৰান্সৰ পেৰিছ ৰিপ'টাৰ্ছ ছেন্স ফ'ণ্টিয়াৰ্ছ নামৰ সংগঠনটোৱে ২০০৬ বৰ্ষত বিশ্বৰ ভিতৰতে আত্মবলিদান দিয়া প্ৰথমগৰাকী অনুসন্ধানকাৰী সাংবাদিক হিচাপে স্বীকৃতি প্ৰদান কৰে।

## গোলাঘাট জিলাত হাতী-মানুহৰ সংঘাত

| ক্ৰম নং | চন | মানুহৰ মৃত্যু | হাতীৰ মৃত্যু | ঘৰ ভাঙে | শস্য বিধ্বস্ত |
|---|---|---|---|---|---|
| ১ | ১৯৯৫ | ৩ | ৪ | ৩৭ | ৫ হেক্টৰ |
| ২ | ১৯৯৬ | ১০ | ৫ | ১৩২ | ৮ হেক্টৰ |
| ৩ | ১৯৯৭ | ৯ | ৪ | ৪১ | ৬ হেক্টৰ |
| ৪ | ১৯৯৮ | ২ | ৪ | ৩৫ | ৫ হেক্টৰ |
| ৫ | ১৯৯৯ | ৪ | ১ | ৬৫ | ৭ হেক্টৰ |
| ৬ | ২০০০ | ১০ | ৪ | ৭৩ | ৮ হেক্টৰ |
| ৭ | ২০০১ | ২ | ৫ | ৮২ | ৭ হেক্টৰ |
| ৮ | ২০০২ | ৩ | ৩ | ৭০ | ৮ হেক্টৰ |
| ৯ | ২০০৩ | ১ | ৭ | ৭৫ | ১০ হেক্টৰ |
| ১০ | ২০০৪ | ৮ | ৬ | ১৩২ | ৮ হেক্টৰ |
| ১১ | ২০০৫ | ১০ | ২ | ১১৫ | ৪ হেক্টৰ |
| ১২ | ২০০৬ | ১১ | ২ | ৩৫৯ | ২৩ হেক্টৰ |
| ১৩ | ২০০৭ | ১০ | ২ | ৪০৬ | ৪৪ হেক্টৰ |

পূৰ্বতে গোলাঘাটত থকা নামবৰ হাবিৰ এক লেখত ল'বলগীয়া সম্পদ গৰমপানীৰ উঁহ কাৰ্বি আংলঙলৈ হস্তান্তৰ হ'ল। গোলাঘাটৰ অন্তৰ্গত নামবৰ হাবিৰ গেলিপুং গৰমপানীৰ উঁহৰ চাৰিওকাষে বেদখল হোৱাত উঁহটোৰ অস্তিত্ব বিপন্ন হৈছে। পূৰ্বতে এই উঁহটোৰ পানী খাবলৈ বনৰীয়া হাতী, মেথোন, শৰ পহু, সুগৰি পহু আদি বন্য জীৱ-জন্তু আহিছিল। নামবৰৰ গৰমপানীৰ উঁহত থকা ৰসায়নিক দ্ৰব্য, গেছ আদিৰ ওপৰত পাৰমাণৱিক পৰীক্ষা-নিৰীক্ষা চলিছে। নামবৰ হাবিৰ গৰমপানী উঁহৰ তাপমাত্ৰা ৪০°-৪১° ছেলচিয়াছ। গেছৰ ভিতৰত মিথেন ৪৭% - ৫০%, নাইট্ৰজেন ২৫%-৩০% শতাংশ কাৰ্বন-ডাই-অক্সাইড ২৯%-৩৯% থকাৰ লগতে শতকৰা এভাগকৈ অঁজন, ৰেডন, হিলিয়াম গেছ থাকে। ইয়াৰ উপৰি গৰমপানী উঁহত কেলচিয়াম, মেগনেচিয়াম, আইৰণ আৰু পটাছ আদি পোৱা যায়। গৰমপানীৰ উঁহত ২০০৪ চনৰ ২৮ আৰু ২৯ মাৰ্চত ভাৰত চৰকাৰৰ আণৱিক শক্তি-বিজ্ঞানী ড° নীতিশ কুমাৰ দাস, পাৰমাণৱিক পদাৰ্থ বিজ্ঞানী ড° দেৱাশীষ ঘোষ, গুৱাহাটীৰ কটন কলেজৰ প্ৰাক্তন অধ্যক্ষ তথা পদাৰ্থ বিজ্ঞানী ড° অনিল গোস্বামী আদিয়ে দিনে-নিশাই পৰীক্ষামূলক অনুসন্ধান চলায়। গেলিপুং, গৰমপানী, বৰপুং উঁহত চলোৱা এই অনুসন্ধানত বহু তথ্য উদ্ধাৰ হয়। ড° ঘোষে এই লেখকক জনোৱা মতে ভাৰতবৰ্ষত তিনিশৰো অধিক গৰমপানীৰ উঁহ আছে যদিও উঁহসমূহত নিৰ্গত গেছৰ প্ৰকৃত তথ্য উদ্‌ঘাটন হোৱা নাই।

মানৱ জাতিৰ ক্ৰমবিকাশৰ বাবে প্ৰয়োজনীয় পাৰিপাৰ্শ্বিক অৱস্থাৰ ভাৰসাম্য ৰক্ষা কৰা নামবৰৰ দৰে জৈৱ বৈচিত্ৰ্যপূৰ্ণ বনাঞ্চল সংৰক্ষণৰ খুবেই প্ৰয়োজন। নামবৰ দৈগ্ৰোং বন্যপ্ৰাণী অভয়াৰণ্যত পৰ্যটন উদ্যোগ গঢ় দিয়া, বিশেষকৈ ইক' পৰ্যটনৰ প্ৰচুৰ সম্ভাৱনা আছে।

নামবৰৰ উল্লেখযোগ্য বনজ সম্পদৰ বিষয়ে বহুল প্ৰচাৰ কৰি ইক' পৰ্যটনৰ গ্ৰহণৰ সুবিধা গঢ়ি তুলিলে বিশ্বৰ বিভিন্ন প্ৰান্তৰ পৰা পৰ্যটক নামবৰলৈ আহিব।

# নামবৰত বনৰীয়া হাতীৰ অস্ত্ৰোপচাৰ

গোলাঘাট জিলাত চলি থকা বনাঞ্চল ধ্বংসৰ ফলত বনৰীয়া হাতীৰ বিচৰণ ভূমি কমি আহিছে। ১৯৯৭ চনত বন বিভাগে চলোৱা বনৰীয়া হাতীৰ গণনাত ১০৯ টা হাতী পোৱা গৈছিল যদিও ২০০২ চনৰ মাৰ্চ মাহৰ গণনাত মাত্ৰ ৫৬ টা হাতীহে পৰিলক্ষিত হৈছিল। সংৰক্ষিত বনাঞ্চলত বনৰীয়া হাতীৰ কৰিড'ৰসমূহত চলা বেদখলে হাতী অহা-যোৱাত বাধাৰ সৃষ্টি কৰিলে। খাদ্যৰ সন্ধানত বনৰীয়া হাতীয়ে বনাঞ্চলৰ দাতিকাষৰীয়া গাঁওসমূহৰ খেতি-পথাৰ নষ্ট কৰাৰ লগতে ঘৰ-দুৱাৰ ভাঙি একাধিক লোকৰ মৃত্যু ঘটাইছে। মানুহ আৰু হাতীৰ লগত হোৱা সংঘাতৰ পৰিণতিয়ে মানুহে হাতীকো বন্দুক-বাৰুদ, ধনু-কাঁড়, যাঠি-জোং আদিৰে আক্ৰমণ কৰি হাতীক আহত কৰাৰ লগতে একাধিক হাতী নিধন কৰিছে। গোলাঘাটৰ নামবৰ হাবিত তেনে এক আঘাতপ্ৰাপ্ত দতাঁল বনৰীয়া হাতী এটা নুমলীগড় অঞ্চলৰ পংকাত বিচৰণ কৰিছিল। প্ৰায় দহ ফুট উচ্চতাৰ বনৰীয়া হাতীটোৰ দাঁত দুটা চাৰি ফুট দীঘল আছিল। হাতীটোৰ আগফালৰ সোঁভৰি আঘাতপ্ৰাপ্ত হৈ ফুলি থকাৰ লগতে পিছ ভৰি এটাও জখম হৈ থকা দেখা গৈছিল। গোলাঘাটৰ বনসংমণ্ডল প্ৰাধীকাৰী মঃ এফ. ৰহমানে আঘাতপ্ৰাপ্ত হাতীটোৰ কথা জানিব পাৰি নিজে ঘটনাস্থলী পৰিদৰ্শন কৰি বনকৰ্মীৰ দ্বাৰা শুশ্ৰূষা কৰিবলৈ চেষ্টা কৰে। ১৯৯৭ চনৰ ৫ ডিচেম্বৰত পশু চিকিৎসকৰ পৰামৰ্শ লৈ বনবিষয়া ৰহমানে বিষ নিবাৰণৰ টেবলেট ভীমকলত মিহলাই হাতীটোৰ ওচৰলৈ দলিয়াই দিয়াত হাতীটোৱে ভীমকল কেইটা খাবলৈ ধৰে। সেই সময়ত কিন্‌কিনিয়া বৰষুণ আৰু ঠাণ্ডা বতৰৰ বাবে বনকৰ্মীয়ে নিশা হাতীটোৰ ওচৰতে জুই জ্বলাই দিছিল। কি আচৰিত ঘটনা যে হাতীটোৱে ঘৰচীয়া হাতীৰ দৰে আচৰণ কৰি জুইৰ তাপ লৈছিল। বনবিষয়া ৰহমানে আঘাতপ্ৰাপ্ত হাতীটোক কৰা শুশ্ৰূষাত এই লেখকৰ ধাৰণা হৈছিল যে বন বিভাগত এতিয়াও বন্যপ্ৰাণীৰ প্ৰতি দৰদ থকা কিছু সৎ লোক আছে। বনৰীয়া হাতীটোৱেও নিশাটো কটোৱাৰ পিছত লেঙেৰা ভৰিখনৰেই প্ৰায় দহ কিলোমিটাৰ অতিক্ৰম কৰি নামনি দৈগ্ৰোং বনাঞ্চলত প্ৰৱেশ কৰে। বনকৰ্মীয়েও আঘাতপ্ৰাপ্ত হাতীটো সন্ধান কৰি পুনৰ শুশ্ৰূষা কৰিছিল। এনেদৰে কেইদিনমান যোৱাৰ

পিছত হাতীটো নামনি দৈগ্ৰোঙৰ এটা ঝৰণাৰ পাৰত পৰি থকা স্থানীয় ৰাইজে প্ৰত্যক্ষ কৰিছিল। স্থানীয় ৰাইজে হাতীটোক ধান, কল আদি খাবলৈ দিয়ে। আঘাতপ্ৰাপ্ত হাতীটোৱে এমাহ তেৰ দিন স্থানীয় ৰাইজ আৰু বন বিভাগৰ লোকে খোৱাবস্তু যোগান ধৰি থকাৰ পিছত ১৯৯৮ চনৰ ১৮ জানুৱাৰীত গুৱাহাটীৰ পৰা বিশিষ্ট লেখক তথা পশু চিকিৎসক ডাঃ কুশল কুমাৰ শৰ্মা আহি ঘটনাস্থলীত উপস্থিত হয়। ১৯ জানুৱাৰী পুৱা ডাঃ কুশল শৰ্মাই বনবিষয়া ৰহমান আৰু গোলাঘাটৰ বনবিভাগৰ লোকৰ সহযোগত আঘাতপ্ৰাপ্ত হাতীটোক ট্ৰেংকুইলাৰ বন্দুকেৰে ট্ৰেংকুইলাইজড্ কৰি অস্ত্ৰোপচাৰ আৰম্ভ কৰে। ডাঃ শৰ্মাই হাতীটোৰ পিছৰ তপিনাত অস্ত্ৰোপচাৰ কৰি লোৰে নিৰ্মিত দহ ইঞ্চি দীঘল এডাল শলা উলিয়াই আনে। লোৰ শলাডাল থকাত হাতীটোৰ ভিতৰ অংশত চেপ্টিক হ'বলৈ আৰম্ভ কৰিছিল। ডাঃ শৰ্মাই ঠাইখিনি চাফা কৰি এণ্টিবায়'টিক বেজি দিয়ে। ইয়াৰ পিছত ডাঃ শৰ্মাই হাতীটোৰ সোঁফালৰ আগভৰিটোৰ ফুলা অংশ কাটি গেলা-পঁচা পুঁজসমূহ উলিয়াই আয়ডিন আৰু এণ্টিবায়'টিক দিয়ে। এনেদৰে প্ৰায় এঘণ্টা সময় ডাঃ শৰ্মাই হাতীটোক চিকিৎসা সেৱা আগবঢ়োৱাৰ পাছত হাতীটোৰ জ্ঞান ঘূৰি আহিছিল। এজন দক্ষ চিকিৎসক হিচাপে ডাঃ শৰ্মাই হাবিৰ অনুকূল পৰিৱেশৰ মাজতে হাতীটোক চিকিৎসা সেৱা আগবঢ়াইছিল। হাতীটোৱে জ্ঞান পোৱাৰ পাছতে ওচৰতে থকা কলগছ, কল আদি খাদ্যবস্তু খাবলৈ ধৰে। বনকৰ্মীয়ে চিকিৎসা কৰা হাতীটোৰ পাঁচ দিন ধৰি ভীমকলৰ লগত মিহলাই ডাঃ শৰ্মাই দিয়া নিৰ্দেশ মতে দৰৱ খাবলৈ দিছিল। আঘাতপ্ৰাপ্ত হাতীটোৱেও দৰৱ মিহলি ভীমকলসমূহ খাইছিল। এনেদৰে কেইবাদিন ধৰি বনৰক্ষীয়ে হাতীটোক সেৱা-শুশ্ৰূষা আগবঢ়োৱাৰ পিছত হাতীটোৰ ওচৰলৈকে বনৰক্ষী গৈছিল যদিও হাতীটোৱে আক্ৰমণ কৰা নাছিল। জ্ঞানী আঘাতপ্ৰাপ্ত বনৰীয়া হাতীটোৱেও বুজি পাইছিল এই বনৰক্ষী কেইজনেই তাক সুস্থ কৰিবলৈ প্ৰয়াস কৰিছে। গোলাঘাট বন বিভাগে বনৰীয়া আঘাতপ্ৰাপ্ত হাতীটোৰ প্ৰতি আগবঢ়োৱা সেৱাৰ বাবে হাতীটো সুস্থ হৈ পুনৰ বনাঞ্চলত বিচৰণ কৰিছিল।

# হাতীৰ কথা

হিন্দু শাস্ত্ৰ ভাগৱতত দেৱতা আৰু অসুৰৰ সমুদ্ৰ মন্থনত 'ঐৰাৱত' নামৰ হাতীৰ উৎপত্তিৰ কথা উল্লেখ আছে। স্বৰ্গৰ ৰজা ইন্দ্ৰই ঐৰাৱতক বাহন হিচাপে ব্যৱহাৰ কৰাৰ কথা জনা যায়। পালকাপ্য মুনিয়ে উত্তৰ-পূৰ্বাঞ্চলতে হস্তীৰ বিষয়ে গভীৰ চিন্তা চৰ্চা কৰিছিল বুলি জনা যায় আৰু পালকাপ্য মুনিয়েই লৌহিত্যৰ পাৰতে 'হস্তায়ুবেদ' ৰচনা কৰিছিল। নেপালৰ ৰজা শুদ্ধোধনৰ পত্নী মায়াই বগা হাতী সপোনত দেখাৰ পাছতে ভগৱান বুদ্ধৰ জন্ম হৈছিল বুলি প্ৰবাদ আছে। প্ৰাগ্‌জ্যোতিষপুৰৰ সম্ৰাট ভগদত্তই হাতীৰে গৈ কুৰুক্ষেত্ৰ যুদ্ধত অংশগ্ৰহণ কৰিছিল বুলি মহাভাৰতত উল্লেখ আছে। মহাকবি কালিদাসেও মেঘদূতত হাতীক বৰ্ণনা কৰি আহাৰ মহীয়া আকাশত উৰি ফুৰা মেঘক কোনো এক সময়ৰ "ক্ৰীড়া পৰিণত গজ" আকৃতি ধাৰণা কৰা বুলি বৰ্ণাইছে। আহোম ৰজা শিৱসিংহৰ পত্নী ৰাণী অম্বিকা দেৱীৰ পৃষ্ঠপোষকতাত 'হস্তীবিদ্যাৰ্ণৱ' নামৰ চিত্ৰকলাৰ এখনি আপুৰুগীয়া গ্ৰন্থ সুকুমাৰ বৰকাঠে ৰচনা কৰিছিল। 'হস্তীবিদ্যাৰ্ণৱ'ত হাতীৰ জন্ম, হাতীৰ লক্ষণ, হাতী বশ কৰা, হাতীৰ চিকিৎসা আদিৰ বিষয়ে উল্লেখ আছে। 'হস্তীবিদ্যাৰ্ণৱ'ত পোৱা যায় যে খঙাল হাতীক বশলৈ আনিবলৈ আহিন মাহত জন্ম হোৱা তুলা ৰাশিৰ মানুহ হাতীৰ ওপৰলৈ উঠিলে হাতীটো শান্ত হৈ পৰে। ঠিক সেইদৰে হাতীক পূবমুৱাকৈ বান্ধিলে হাতী বলবান ঘৰৰ মালিকৰ সমৃদ্ধি কঢ়িয়াই আনে, উত্তৰমুৱাকৈ বান্ধিলে হাতী দীৰ্ঘায়ু হয়, দক্ষিণমুৱাকৈ বান্ধিলে ঘৰৰ মালিকৰ অমঙ্গল হয় আৰু হাতীৰ আয়ুস কমে আৰু পশ্চিমমুৱাকৈ বান্ধিলে মালিকৰ ধন-জন ক্ষতি আৰু হাতীটো বেমাৰী হয় বুলি হস্তীবিদ্যাৰ্ণৱত উল্লেখ আছে। আহোম ৰাজত্বৰ কালত হাতীক এক সন্মানজনক যাতায়তৰ আহিলা হিচাপে ব্যৱহাৰ কৰা হৈছিল। আহোম ৰজাসকলে হাতীক লালন-পালন তথা কাম-কাজ চোৱাচিতাৰ বাবে হাতীবৰুৱা, হাতীকাকতি আদি বিষয়বাব সৃষ্টি কৰাৰ কথা বুৰঞ্জীত উল্লেখ আছে। সপ্তম শতিকাত কামৰূপৰ ৰজা ভাস্কৰ বৰ্মাই সম্ৰাট হৰ্ষবৰ্দ্ধনলৈ হাতী দাঁতৰ আ-অলংকাৰ পঠাইছিল। অসমৰ বৰপেটাত আছিল হাতী দাঁত শিল্পৰ বাটকটিয়া আত্মাৰাম মিস্ত্ৰীৰ ঘৰ আৰু তেখেতেই হাতী দাঁত শিল্পক বিশেষ মৰ্যাদাৰে প্ৰতিষ্ঠা কৰিছিল।

## হাতী জীৱ বিজ্ঞানে কি কয় ঃ

হাতীৰ শ্ৰেণী স্তন্যপায়ী, বৰ্গ প্ৰবোচেদিয়া, কুল এলিফেণ্টিদি, প্ৰজাতি এলিফাচ মেগ্ৰিমাচ। হাতীৰ শুৰৰ শাৰীৰিক বৈশিষ্ট্যৰ বাবেই প্ৰবোচেদিয়া বৰ্গত অন্তৰ্ভুক্ত। পৃথিৱীৰ এছিয়া আৰু আফ্ৰিকা মহাদেশতে হাতীৰ বসবাস। এছিয়াত বসবাস কৰা হাতীৰ বৈজ্ঞানিক নাম এলিফাচ মেগ্ৰিমাচ আৰু আফ্ৰিকাত বসবাস কৰা হাতীৰ বৈজ্ঞানিক নাম লক্সোদন্তা আফ্ৰিকানা। এছিয়া আৰু আফ্ৰিকাৰ হাতীৰ উল্লেখযোগ্য পাৰ্থক্য হ'ল এছিয়া হাতীৰ আগভৰিৰ পাঁচটা নখ আৰু পিচ ভৰিৰ চাৰিটা নখ, কিন্তু আফ্ৰিকা হাতীৰ আগ ভৰিৰ নখ চাৰিটা আৰু পিচ ভৰিৰ নখ তিনিটা। এছিয়া হাতীৰ কোনো কোনো মতা হাতীৰহে ওপৰ পাৰিৰ আগ দাঁত বাহিৰলৈ ওলাই আহে। আৰু কাণ সৰু, কিন্তু আফ্ৰিকাৰ হাতীৰ মতা-মাইকী দুটাৰে বাহিৰলৈ ওলাই অহা এজোৰ দাঁত থাকে আৰু কাণ ডাঙৰ। এছিয়া হাতী সহজে ঘৰচীয়া হয় কিন্তু আফ্ৰিকা হাতী ঘৰচীয়া কৰিবলৈ কষ্টকৰ। এছিয়া মহাদেশতকৈ আফ্ৰিকা মহাদেশত হাতীৰ সংখ্যা সৰহ। WWF এ এছিয়া মহাদেশীয় হাতীক বিপদাপন্ন জন্তু বুলি ঘোষণা কৰিছে। ব্যাপক হাৰত বনাঞ্চল ধ্বংসৰ ফলত হাতীৰ অস্তিত্বৰ প্ৰতি ভাবুকিৰ সৃষ্টি হ'বলৈ ধৰিছে। এছিয়াৰ ভাৰত, নেপাল, শ্ৰীলংকা, ভূটান, ম্যানমাৰ, থাইলেণ্ড, মালয়েচিয়া, বাংলাদেশ আদি দেশত বনৰীয়া আৰু ঘৰচীয়া মিলি প্ৰায় ৪০ হেজাৰমান হাতী আছে। এছিয়া মহাদেশৰ ভাৰততে সৰ্বাধিক হাতী আছে। অসম, অৰুণাচলকে ধৰি উত্তৰ-পূৰ্বাঞ্চলীয় ৰাজ্যকেইখন, পশ্চিমবংগ, বিহাৰ, উৰিষ্যা, উত্তৰ প্ৰদেশ, তামিলনাডু, কেৰালা, কৰ্ণাটক আদিত হাতী দেখা পোৱা যায়। এছিয়া হাতীৰ আয়ুস ৬০ ৰ পৰা ৭০ বছৰ বুলি জনা যায়। মতা হাতী ২৫ বছৰত পূৰ্ণবয়স্ক হয় আৰু মাইকী হাতী ১৫ বছৰত। মাইকী হাতীয়ে ১৮ মাহৰ পৰা ২১ মাহ গৰ্ভত সন্তান ধাৰণ কৰে। হাতীৰ মাইকী পোৱালিৰ ক্ষেত্ৰত ১৮ মাহ আৰু মতা পোৱালিৰ বাবে ২১ মাহ সময় লাগে বুলি জনা যায়। প্ৰায় তিনি বছৰ পোৱালিয়ে মাকৰ গাখীৰ খায় আৰু দ্বিতীয় পোৱালি জন্ম দিবলৈ মাকজনীক প্ৰায় ৮ বছৰ ব্যৱধানৰ আৱশ্যক।

## হাতীৰ চিকাৰ ঃ

ব্ৰিটিছসকলৰ আগমনত ভাৰতত হাতী নিধন হ'বলৈ ধৰিছিল যদিও পিছলৈ হাতীৰ সংৰক্ষণৰ চেষ্টা কৰিছিল। অৱশ্যে ব্ৰিটিছসকলেই ভাৰতত হাতী ধৰিবলৈ খেদা চিকাৰ আদি প্ৰৱৰ্তন কৰিছিল। জনশ্ৰুতি মতে গোলাঘাটৰ দৈয়াং অঞ্চলতে নগা পাহাৰৰ পৰা বনৰীয়া হাতী খেদি আনি আহোমসকলে

মেলা চিকাৰে হাতী ধৰিছিল। আহোমসকলৰ ৰাজত্বৰ কালত বনৰীয়া হাতী ব্যক্তিগতভাৱে বা ব্যৱসায়ীৰ দ্বাৰা ধৰাটো নিষিদ্ধ আছিল। পিছলৈ মাচুল আদায়ৰ চৰ্তত স্বৰ্গদেউ পুৰন্দৰ সিংহই ব্যৱসায়িক ভিত্তিত হাতী ধৰিবলৈ অনুমতি দিছিল।

## (১) মেলা চিকাৰ ঃ

মেলা চিকাৰত বনৰীয়া হাতী ধৰিবৰ বাবে কুনকী হাতী ব্যৱহাৰ কৰা হয়। বনৰীয়া হাতী ধৰিবৰ বাবে মাউত ফান্দী কুন্‌কীসহ বনাঞ্চলত প্ৰৱেশ কৰে। কুন্‌কীয়ে বনৰীয়া হাতী পালৰ মাজত সোমাই এক হুলস্থুলীয়া পৰিৱেশৰ সৃষ্টি কৰে। বনৰীয়া হাতীৰ মাকৰ ওচৰৰ পৰা পোৱালিটো আঁতৰাই আনে। আঁতৰি অহা বনৰীয়া হাতীৰ পোৱালিটো ডিঙিলৈ ফান্দীয়ে মৰাপাটৰ ৰচিৰ ফান্দ দলিয়াই পোৱালিটো ধৰে। কুনকিৰ সহায়ত হাতীৰ জালিত (পিলখানাত) প্ৰায় এমাহৰ পৰা তিনি মাহ শিক্ষা দিয়াৰ পাছত বনৰীয়া হাতী পোৱালিটো ঘৰচীয়া হৈ পৰে। সাধাৰণতে চাৰে চাৰি ফুটতকৈ কম উচ্চতাৰ পোৱালি হাতী ধৰা নিষেধ। মাকৰ গাখীৰ খাই থকা পোৱালিও ধৰা নহয়।

## (২) গড় মাৰি ধৰা বা খেদা চিকাৰ ঃ

খেদা চিকাৰ পদ্ধতিত বনৰীয়া হাতী ধৰাৰ প্ৰথা বাংলাদেশৰ মৈমনচিং জিলাত প্ৰচলিত আছিল বুলি জনা যায়। বনৰীয়া হাতী অহা-যোৱা কৰা পথবোৰ (দণ্ডী) চিনাক্ত কৰি খেদা চিকাৰ পদ্ধতিত হাতী ধৰা হয়। জংঘলত উৎপন্ন হোৱা লোণৰ পুঙত পানী আৰু মাটি খাবৰ বাবে বনৰীয়া হাতীৰ জাক আহে। লোণৰ পুঙৰ ওচৰতে থকা গছত চাং সাজি আৰু চাৰিও কাষে ওখ গছৰ খুঁটাৰে গড়াল নিৰ্মাণ কৰা হয়। এনে চাঙক 'পুং-মাচাং' বুলি কোৱা হয়। হাতীৰ জাকে পুঙৰ ওচৰলৈ আহি নিমখ পানী খাবলৈ ধৰোতে পুং-মাচাঙত বহি থকা মানুহে জোৰ জ্বলাই চিঞৰ বাখৰ কৰি হাতীৰ জাকক গড়ালৰ ভিতৰত সুমুৱাই দিয়ে। লগে লগে কাঠ-বাঁহেৰে নিৰ্মাণ কৰি থোৱা গড়ালৰ দুৱাৰখন ৰচি টানি বন্ধ কৰি দিয়ে। কুনকীৰ সহায়ত বনৰীয়া হাতীৰ পোৱালিক ফান্দ মাৰি গড়ালৰ ভিতৰতে ধৰা হয়। বাকী হাতীক গড়ালৰ দুৱাৰ খুলি হাবিলৈ যাবলৈ এৰি দিয়া হয়।

## (৩) গাঁত খান্দি হাতী ধৰা ঃ

বনৰীয়া হাতী অহা-যোৱা দণ্ডীত গাঁত খান্দি হাতী ধৰা নিয়ম দক্ষিণ ভাৰতত আছিল। হাতীৰ অহা-যোৱা পথত ডাঙৰকৈ দীঘলে-বহলে প্ৰায় পাঁচ মিটাৰ দকৈ গাঁত খান্দি তাত কাঠ-বাঁহেৰে চাং সাজি কিছুমান গছপাত ঘাঁহ-বন

দি হাতীয়ে ধৰিব নোৱৰাকৈ ঢাকি ৰখা হয়। বনৰীয়া হাতীৰ আগঠেং দুখন গাঁতৰ ওপৰলৈ পৰাৰ লগে লগে সি গাঁতৰ ভিতৰত সোমাই পৰে আৰু ওলাব নোৱৰা হয়। ওপৰৰ পৰা হাতীৰ ডিঙিত ৰচি পেলাই হাতীটো ধৰা হয়।

**(৪) জংগী চিকাৰ ঃ**

জংগী চিকাৰ পদ্ধতিৰে হাতী ধৰা প্ৰথা নেপালত আছে। হাবিত বিচৰণ কৰি ফুৰা অকলশৰীয়া বনৰীয়া হাতীক কেবাটাও ঘৰচীয়া হাতীয়ে আৱৰি বনৰীয়া হাতীটোক আঘাত হানি হাতীটোক ধৰা হয়। এনেদৰে হাতী ধৰিবলৈ ৰজাৰ নিৰ্দেশ লাগে।

**(৫) ট্ৰেঙ্কুইলাইজাৰ পদ্ধতিৰে হাতী ধৰা ঃ**

ট্ৰেঙ্কুইলাইজাৰ পদ্ধতিৰে হাতী ধৰা এক আধুনিক পদ্ধতি। বন্দুকৰ গুলীৰে বনৰীয়া হাতীৰ গাত ঔষধ প্ৰয়োগ কৰি হাতীটো অচেতন কৰি পেলোৱা হয়। পিছত নিৰাময়মূলক ঔষধ ব্যৱহাৰ কৰি হাতীৰ চেতনা ঘূৰাই অনা হয়।

হাতীক প্ৰশিক্ষণ দিবলৈ যাওঁতে বশ মনাবলৈ আৰু নিৰ্দেশনা সম্পৰ্কীয় যিবোৰ শব্দ ব্যৱহাৰ কৰা হয় তাক 'বুল' বা 'বুলি' বুলি কোৱা হয়। তাৎপৰ্যপূৰ্ণভাৱে এই শব্দকেইটা পৃথিৱীৰ সকলো ভাষাতে একে ৰূপত পোৱা যায়। হাতীক বশ মনোৱা প্ৰশিক্ষণ প্ৰদান কৰোতে কষ্ট লাঘৱ কৰিবলৈ সাধাৰণতে আনন্দময় পৰিৱেশৰ সৃষ্টি কৰি লোৱা হয় আৰু এই পৰিৱেশৰ মাজত মহলফান্দী, চিকাৰী মাউত, ঘাঁহী, ফান্দী আদিয়ে হাতীৰ উল্লিখনসহ কিছুমান গীত-মাত পৰিৱেশন কৰি আনন্দ প্ৰকাশ কৰে। এইবোৰ লোক-সাহিত্যৰ উৎকৃষ্ট সম্পদ। তলত এফাঁকি তুলি দিয়া হ'ল—

পৰ্বতত আছিলা অ' বান্ধৈ
আছিলা মনৰ সুখত
বৰফান্দিয়ে পায় ধৰে
ফান্দ মাৰি পৰিলা মনুষ্যৰ হাতত
মা-দেউতাৰ লগতে আছিলা
বান্ধৈ অ'ই দৈয়াঙত খেলিলা পানী
.............. শুনিলা মনুষ্যৰ বাণী

অসমত প্ৰচলিত মেলা চিকাৰ বৰ্তমান বন্ধ হৈ গৈছে যদিও উক্ত গীতসমূহে অসমৰ জাতীয় জীৱনত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছে। সেয়েহে গীতমূহ লিপিবদ্ধভাৱে সংৰক্ষণৰ প্ৰয়োজন। ১৯২৬ চনত লণ্ডনৰ পৰা প্ৰকাশিত ই. পি. ইষ্টেৰলিভৰ "The Forest of India Vol- III" নামৰ কিতাপখনত

বনৰীয়া হাতী ধৰা আৰু শিকোৱাৰ ওপৰত বনবিষয়া এ. ডব্লিউ মিলৰয়ে অমানৱীয় অত্যাচাৰক বাধা দিছিল।

এই সম্পৰ্কে তেওঁৰ মন্তব্য আছিল এনে ধৰণৰ— "Elephant Hunting Rules" Mr A. W. Milroy deputy conservator Forest. During his early career in the Province he had occaision to be actively enagaed in the work of trainaing wild elephant and he was able to prove that both capture and training could be carried out on human principles, whilst at the same time drawing public attention to the existing methods under which so high a proportion of captured animals died. The Assam Government did not maintain a kheddah establishment. The Departnmetal Kheddahs are carried on under the share system, whereby the men who build the stockades and actually catch the elephants the owners who supply the *konkies* (female tame elephans employed) and Government which supplies the raw material and the supervision, all share in the profits on an agreed to his basis. At Milroy's suggestion the Chife Commissioner agreed to his conducting operations on the lines he abcvocated on a large scale for two season (from 1921) in the North Cachar Hills, where the work was notoriously difficult on account of the shortage of fodder. The wild elephants are auctioned as soon as they arrive at the depot and the purchasers are responsible for the training of their own animals."

**বনৰ হাতী পথলৈ ওলাল ঃ**

হাতী ধৰাৰ কাৰণে হাতীৰ সংখ্যা কমি যোৱা বুলি চৰকাৰে হাতী ধৰাত নিষেধাজ্ঞা জাৰি কৰিলে যদিও বনাঞ্চল সংৰক্ষণ কৰাৰ ক্ষেত্ৰত চৰকাৰে এতিয়াও যথোচিত গুৰুত্ব দিয়া নাই। সংৰক্ষিত বনাঞ্চলসমূহ উচ্ছন্ন হোৱাৰ ফলত প্ৰকৃতিয়ে ভাৰসাম্য হেৰুৱাইছে আৰু জলবায়ুতো বাৰুকৈ প্ৰভাৱ পৰিছে। বৰ্তমান অসমৰ বনাঞ্চলসমূহত চলি থকা ধ্বংস কাৰ্যই বনাঞ্চলৰ পৰিমাণ ক্ষিপ্ৰতাৰে সংকুচিত কৰিছে। ফলত বনৰীয়া জীৱ-জন্তুবোৰৰ বিচৰণ ভূমি তথা খাদ্য কমি আহিছে। পূৰ্বতে ভাৰতবৰ্ষৰ ভিতৰত অসমতেই সৰহ সংখ্যক বনাঞ্চল আছিল। বেদখলকাৰী কৱলত পৰি অসমত ৰাষ্ট্ৰীয় উদ্যান আৰু

অভয়াৰণ্যৰ অৱস্থাও শোচনীয় হৈ পৰিছে। বনৰীয়া হাতী এখন বনাঞ্চলৰ পৰা আন এখন বনাঞ্চললৈ প্ৰব্ৰজন কৰোতে সদায় অহা-যোৱা কৰা দণ্ডীকে ব্যৱহাৰ কৰে। বৰ্তমান বনাঞ্চলসমূহ বেদখলৰ ফলত হাতীৰ দণ্ডীসমূহ নাইকিয়া হৈ পৰাত হাতীৰ উপদ্ৰৱ দিনক দিনে বৃদ্ধি পাই আহিছে।

বৰ্তমান ভাৰতবৰ্ষত বনৰীয়া হাতীৰ বিচৰণ কৰা অঞ্চলসমূহত বনৰীয়া হাতীৰ মানসিক আৰু শাৰীৰিক আচৰণৰ ৰূপান্তৰ ঘটিছে। বনৰীয়া হাতীৰ জাকত থকা পোৱালি মাকে এৰি যোৱা ঘটনা বিৰল। যোৱা বছৰটোত নামবৰ হাবিত আৰু নুমলীগড় চাহ বাগিচাত বনৰীয়া হাতীয়ে এৰি যোৱা দুটাকৈ হাতী পোৱালি উদ্ধাৰ হৈছে। বৰ্তমান বনৰীয়া হাতীয়ে মানুহলৈ ভয় নকৰে। জুই, ফটকা আদি ফুটাই হাতী খেদিবলৈ গ'লে হাতীয়ে ওলোটাই খেদি আহে। বনৰীয়া হাতীয়ে খাদ্যৰ অন্বেষণত শস্যপথাৰ নষ্ট কৰিছে। মানুহৰ ঘৰ-দুৱাৰ ভাঙিছে আৰু একাধিক লোকৰ মৃত্যু ঘটাইছে। বৰ্তমান সকলোতে হাতীৰ জাঁক মুকলিকৈ ওলাই অহাত হাতীৰ বংশ বৃদ্ধি হৈছে বুলি ক'ব বিচাৰিছে যদিও এইয়া দৰাচলতে সত্য নহয়। বনাঞ্চল ধ্বংস আৰু চোৰাং চিকাৰীৰ কবলত পৰি এছিয়া মহাদেশৰ বনৰীয়া হাতী বিপদাপন্ন হোৱাৰ কথা ৭০ৰ দশকতে আন্তৰ্জাতিক বন্যপ্ৰাণী সংস্থাই ঘোষণা কৰিছিল। ভাৰত চৰকাৰে বনৰীয়া হাতীৰ সুৰক্ষাৰ বাবে এঘাৰখন হাতীৰ প্ৰকল্প হাতত লৈছে যদিও সেয়া বনৰীয়া হাতীৰ সুৰক্ষাৰ ক্ষেত্ৰত বিফল হৈছে। হস্তী প্ৰকল্প অঞ্চলসমূহৰ সৰহ সংখ্যক অঞ্চল বেদখলকাৰীৰ কবলত। বনাঞ্চল সংৰক্ষণৰ ক্ষেত্ৰত উচ্চতম ন্যায়ালয়ৰ কঠোৰ নিৰ্দেশ আছে যদিও ৰাজনৈতিক হস্তক্ষেপৰ বাবে বন বিভাগে সংৰক্ষিত বনাঞ্চলৰ পৰা বেদখলকাৰীক উচ্ছেদ কৰিব পৰা নাই। ভাৰতবৰ্ষত হাতীৰ প্ৰকল্প ৰিৰ্জাভকেইখন হ'ল —

(১) অসম-মেঘালয় সীমান্তৰক্ষী বৰাইল চাইফুং হাতী প্ৰকল্প—১৫০০ বৰ্গ কিল'মিটাৰ বিস্তৃত।

(২) মেঘালয়ৰ বলকাকৰাম বনাঞ্চলক কেন্দ্ৰ কৰি বলকাকৰাম হাতী প্ৰকল্প— প্ৰায় ৮০০০ বৰ্গ কিল'মিটাৰ।

(৩) কাজিৰঙা-কাৰ্বি আংলং-নাগালেণ্ডৰ ইনটানকি অভয়াৰণ্য সামৰি কাজিৰঙা কাৰ্বি আংলং ইনটানকি হাতী প্ৰকল্প— প্ৰায় ৪৫০০ বৰ্গ কিল'মিটাৰ।

(৪) অসম-অৰুণাচল সীমান্তৱৰ্ত্তী এলেকা ডিব্ৰু-দেওমালি প্ৰকল্প— প্ৰায় ৫০০০ বৰ্গ কিল'মিটাৰ।

(৫) অসম অৰুণাচল সীমান্তৱৰ্ত্তী এলেকা কামেং-শোণিতপুৰ হাতী প্ৰকল্প—

প্ৰায় ৭৫০০ বৰ্গ কিল'মিটাৰ অঞ্চল।

(৬) পশ্চিমবংগৰ দক্ষিণ, বিহাৰ আৰু উৰিষ্যা তিনিখন প্ৰদেশ জুৰি ৯০০০ বৰ্গ কিল'মিটাৰ অঞ্চল।

(৭) উত্তৰ প্ৰদেশৰ দুখন ৰাষ্ট্ৰীয় উদ্যানমিলি প্ৰায় ৮০০০ বৰ্গ কিলোমিটাৰ অঞ্চল।

(৮) নীলাম্বৰ চাইলেণ্ট ভেলী-কইম্বট'ৰ ২৫০০ বৰ্গ কিল'মিটাৰ অঞ্চল।

(৯) তামিলনাডুৰ মধুমাল্লাই আৰু কেৰালাৰ পৰমৰিকুলমৰ ৩০০০ বৰ্গ কিল'মিটাৰ অঞ্চল।

(১০) পেৰিয়ান-মাডুৰাই— ৩০০০ বৰ্গ কিল'মিটাৰ।

(১১) তামিলনাডু আৰু কেৰালাৰ ২৫০০ বৰ্গ কিল'মিটাৰ অঞ্চল।

হাতী সংৰক্ষণ কৰিবলৈ বনাঞ্চলৰ ৰক্ষণাবেক্ষণত গুৰুত্ব দিবই লাগিব। বৰ্তমান জনসংখ্যা বিস্ফোৰণৰ ফলত বনাঞ্চলত খেতি-বাতি, কল-কাৰখানা স্থাপন হোৱাৰ ফলত বনৰীয়া হাতীৰ বিচৰণ ভূমি কমি আহিছে। বিশেষকৈ হাতীৰ প্ৰকল্পৰ ৰিজাৰ্ভসমূহৰ হাতী অহা-যোৱা কৰা কৰিড'ৰসমূহ সংৰক্ষিত কৰিব লাগিব। বহিৰাগত প্ৰব্ৰজনে অসমৰ বনাঞ্চলৰ ধ্বংসৰ বহুখিনি উদগণি যোগাইছে। অসমৰ বনাঞ্চলৰ বৈশিষ্ট্য হ'ল বাৰিষা প্ৰচুৰ বৰষুণ হোৱাৰ ফলত ইয়াৰ গছ-গছনি সোনকালে বাঢ়ে। প্ৰায় গোটেই বছৰটোৱেই অসমৰ গছ-গছনিসমূহ সেউজীয়া দেখা পোৱা যায়। সেয়ে অসমৰ বনাঞ্চলসমূহ সংৰক্ষণ হ'লে হাতীৰ কাৰণে পৰ্যাপ্ত পৰিমাণৰ খাদ্যৰ অভাৱ নহ'ব। অসমৰ হাবিত থকা বহুতো মূল্যৱান গছ-গছনিসমূহৰ বাবেই অসমত বহুতো কাঠৰ উদ্যোগ গঢ়ি উঠিছিল। বনাঞ্চলসমূহত গছ-গছনিসমূহ উদ্যোগসমূহৰ বাবে কাটিবলৈ যেনেকৈ অনুমোদন দিয়া হ'ল বনানিকৰণৰ কিন্তু কোনো গুৰুত্ব দিয়া নহ'ল। ফলত অসমত অ-বনানিকৰণ আৰম্ভ হ'ল। ভাৰত চৰকাৰে হাতীৰ সংৰক্ষণ কৰিবলৈ হস্তী প্ৰকল্প হাতত লৈছে যদিও বনৰীয়া হাতীৰ সুৰক্ষাৰ ক্ষেত্ৰত বিফল হৈছে। বৰ্তমান সকলো ঠাইতে হাতীৰ দল মুকলিলৈ ওলাই অহাত হাতীৰ বংশবৃদ্ধি হোৱা বুলি বহুতে ক'ব বিচাৰে যদিও দৰাচলতে এয়া সত্য নহয়। উদাহৰণস্বৰূপে অসমৰ আটাইতকৈ পুৰণি নামবৰ হাবিতে ১৯৯৭ চনত বনৰীয়া হাতীৰ গণনাত ১০৯ টা হাতী আছিল যদিও, ২০০২ বৰ্ষৰ বনৰীয়া হাতীৰ গণনাত নামবৰ হাবিত মাত্ৰ ৫৬ হাতীহে পোৱা গৈছে।

# নুমলীগড়ৰ ঐতিহাসিক দেওপাহাৰ

দেওপাহাৰ এক জনবসতিপূৰ্ণ অঞ্চল আছিল। বৰ্তমান অঞ্চলটো নুমলীগড় অঞ্চল বুলি জনাজাত। এই নুমলীগড় অঞ্চলতেই এসময়ত কছাৰীসকলে ৰাজত্ব কৰিছিল। ডেৰশ শতিকাৰ আদিতে ইয়াত শাসনৰ দায়িত্বত আছিল ডেটচুং নামৰ এজন কছাৰী ৰজা। আহোম ৰজা চুহুংমুং আৰু কছাৰী ৰজা ডেটচুঙৰ মাজত হোৱা যুদ্ধত কছাৰী ৰজা পৰাজিত হৈ কছাৰী ৰজাৰ কন্যা নুমলীক চুহুংমুঙে বিয়া কৰাই কিছুদিন দেওপৰ্বততে ৰাখিছিল বুলি কয়। চুহুংমুঙে ৰাজধানী গড়গাঁওলৈ উভতি যোৱাৰ পিছত ৰাণী নুমলীয়ে মিকিৰ পৰ্বতৰ পৰা ধনশিৰি নৈৰ কাষে কাষে পশ্চিম দিশে থকা লখৌজানলৈকে এক গড় সজাইছিল বুলি প্ৰবাদ আছে। নুমলী কুঁৱৰীৰ নাম অনুসৰি পিছত অঞ্চলটোৰ নাম নুমলীগড় হয়। জনশ্ৰুতি মতে দেৱতাৰ বাসভূমি বাবেই এই পৰ্বতক সকলোৱে দেওপৰ্বত বোলে। ইতিহাসত থকা দেওপৰ্বতেই পিছলৈ দেওপাহাৰ নামে জনাজাত হ'ল। লোককথা মতে দেওপৰ্বত জৰাসন্ধ ৰজাৰ ৰাজধানী আছিল। প্ৰাচীন কামৰূপী ৰজাৰ তাম্ৰফলিত উল্লিখিত 'হস্যকা' নামৰ ঠাইত "জয়স্কন্ধেভাৰ"ৰ (দুৰ্জয় দুৰ্গ) পৰাই অপভ্ৰংশ হৈ জৰাসন্ধ হ'ব পাৰে। দেওপৰ্বতৰ প্ৰাচীন ভাস্কৰ্যশিল্পৰ ভিতৰত হ'ল শিলত খোদিত উৰন্ত অপ্সৰা, বিষ্ণুৰ মোহনীয় লীলাভংগী, দ্বাৰপাল শিৱৰ বিবিধ ভংগী, গণেশ, যম, সূৰ্য, শনি মূৰ্তি, হাতীৰ ওপৰত দেৱ-দেৱীৰ নৃত্যৰত মূৰ্তি, স্ত্ৰী-পুৰুষৰ সামূহিক নৃত্য আদি নানা নৃত্যৰত মূৰ্তি। প্ৰায় দশম-একাদশ শতিকাৰ এটা শিৱ মন্দিৰৰ ভগ্নাংৱশেষত চাৰিকোণীয়া শিলৰ মজিয়াৰ ওপৰত লোৰ শলখা মাৰি শিল জাপি মন্দিৰটো নিৰ্মাণ কৰিছিল। সম্ভৱতঃ ভূমিকম্প বা প্ৰাকৃতিক দুৰ্যোগৰ ফলত মন্দিৰটো ভাঙি পৰিল। মন্দিৰৰ দ্বাৰৰ ফ্ৰেম আছিল শিলৰ। তাত লতাফুল, জীৱ-জন্তুৰ ভাস্কৰ্য খোদিত আছিল। বেৰৰ শিলত ৰামায়ণ, মহাভাৰতৰ কাহিনী খোদিত কৰা আছিল। ৰাৱণে সীতাক হৰণ কৰি নিওতে জটায়ু পক্ষীৰ লগত ৰাৱণৰ যুদ্ধ, লক্ষ্মণ শক্তিশেলত অচেতন হৈ পৰি থকা, লঙ্কাৰ সুসেন বৈদ্যই লক্ষ্মণক মৃত্যুৰ মুখৰ পৰা বচাবলৈ কবিৰাজী দৰৱ খুন্দি থকা, মহাভাৰতৰ ৰজা পাণ্ডুৱে কিমিন্দৰ মুনিক হৰিণাৰ ৰূপত পত্নীৰ লগত মৈথুনৰত অৱস্থাত শৰবিদ্ধ কৰা আদি শৈল-ভাস্কৰ্য দেওপৰ্বতত এতিয়াও আছে। মন্দিৰৰ কলচীত নৃত্য

কৰি থকা ইন্দ্ৰ-ইন্দ্ৰাণী, শিৱ-শিৱানীৰ মূৰ্তি অতি আকৰ্ষণীয়। মন কৰিবলগীয়া যে মূৰ্তিসমূহৰ কাণৰ অলংকাৰসমূহ জনজাতীয় লোককলাৰ, বিশেষকৈ কাৰ্বিসকলৰ কাণৰ অলংকাৰৰ লগত বহু মিল আছে। দেওপৰ্বতত মহিষৰ ওপৰত বহি থকা যমৰ মূৰ্তিটো বিৰল। উপযুক্তভাৱে সংৰক্ষণ নকৰাৰ বাবেই যমৰ মূৰ্তিটোৰ মূৰৰ অংশ খহি নিঃচিহ্ন হ'ল। দেওপৰ্বতৰ শিল্পকলাৰ নিদৰ্শনে প্ৰাচীন অসমৰ শৈলমূৰ্তিয়ে শৈল-ভাস্কৰ্যৰ এক উচ্চমানৰ চানেকি দাঙি ধৰিছে। ডিব্ৰুগড়ৰ দূৰদৰ্শনৰ সঞ্চালক দেৱেন তামুলীয়ে গুৱাহাটী দূৰদৰ্শনত থাকোতে দেওপৰ্বতৰ সিঁচৰতি হৈ অৱহেলিত অৱস্থাত থকা প্ৰাচীণ শিল-ভাস্কৰ্যৰ এক তথ্য-চিত্ৰ নিৰ্বাচন কৰোৱাই দূৰদৰ্শনত প্ৰচাৰ কৰাৰ পাছত অসম পুৰাতত্ত্ব বিভাগৰ সঞ্চালক ড° হেমেন দত্তই এক পদক্ষেপ গ্ৰহণ কৰি বৰ্তমান দেওপৰ্বতৰ প্ৰাচীন শিল-কলাসমূহ সংৰক্ষণৰ দিহা কৰিছে।

দেওপৰ্বতৰ মন্দিৰ ধ্বংসাৱশেষ যে কোনো এক সময়ত সঁচাকৈ যে এটা অত্যন্ত সমৃদ্ধশালী মন্দিৰ আছিল সেইটো মন্দিৰৰ ধ্বংসস্তুপৰ পৰাই অনুমান কৰিব পাৰি। মন্দিৰৰ স্তম্ভবোৰ ডাঙৰ ডাঙৰ শিল কাটি বন্ধোৱা হৈছিল আৰু অত্যন্ত উচ্চমানৰ শিল্প ভাস্কৰ্যৰ কাৰুকাৰ্যৰে নিৰ্মাণ কৰা। শিলখোদিত মূৰ্তিসমূহৰ পৰা প্ৰত্নতাত্ত্বিকসকলে এই মন্দিৰ নৱম-দশম শতাব্দীৰ বুলি ক'ব বিচাৰে। দেওপৰ্বতৰ ওপৰত সঠিকভাৱে গবেষণা কৰিলে বহু তথ্য পোহৰলৈ আহিব। দেওপৰ্বতৰ শিলবোৰ চালে অনুমান কৰিব পাৰি যে এই শিলসমূহ কোনো স্থানৰ পৰা কঢ়িয়াই অনা হৈছিল। অৱশ্যে দেওপৰ্বতৰ তলতে ৩৯ নং ৰাষ্ট্ৰীয় পথৰ পশ্চিমলৈ ৰাংচালী নদী বৈ গৈছে। এই ৰাংচালী নৈৰ কাষতো বহু শিলৰ টুকুৰা সিঁচৰতি হৈ আছে। ৰাংচালী নৈৰ পৰা এই পৰ্বতলৈ শিল উঠোৱাটো সহজ কথা নহয়। সেই সময়ত শিল উঠাবলৈ নিশ্চয় কোনো বিশেষ প্ৰযুক্তিবিদ্যাৰ সহায় লোৱা হৈছিল।

দেওপৰ্বতৰ প্ৰাচীন শিলা-ভাস্কৰ্যৰ লগতে জৈৱবৈচিত্ৰ্যৰে পৰিপূৰ্ণ বনাঞ্চলখন বহুতো বিৰল প্ৰজাতিৰ বন্যপ্ৰাণীৰ বিচৰণ ভূমি। দেওপাহাৰ বনাঞ্চল ১৯৬৮ চনতে প্ৰশাসনে বনবিভাগক হস্তান্তৰ কৰে যদিও বনবিভাগে বনাঞ্চলখন সংৰক্ষণৰ বাবে কোনো ব্যৱস্থা গ্ৰহণ কৰা নাছিল। দেওপাহাৰৰ উত্তৰে নুমলীগড় চাহ বাগিচা, পূবে এক মনোমোহা সৌন্দৰ্যৰে কালিয়নী পাহাৰ, ঐতিহাসিক ৰাজগড় পথ আৰু নুমলীগড় শোধনাগাৰৰ নগৰ অঞ্চল। দক্ষিণ আৰু পশ্চিমে ৩৯ নং ৰাষ্ট্ৰীয় ঘাইপথ। বন বিভাগৰ অৱহেলাৰ বাবেই দেওপাহাৰ বনাঞ্চলৰ

কিছু অংশ নুমলীগড় চাহ বাগিচাই বেদখল কৰি নিজৰ দখললৈ নিলে। নুমলীগড় চাহ বাগিচাই চাহ গছ ৰোপণ কৰি বহু ঠাইত দ খাল খন্দাৰ ফলত বন্যপ্ৰাণী বিশেষকৈ বনৰীয়া হাতী পোৱালিৰ বাবে বিপদ আহি পৰিছে। বনৰীয়া হাতীৰ বাবে এই বনাঞ্চলখনৰ গুৰুত্ব আছে। পংকা বনাঞ্চলখনত নুমলীগড় শোধনাগাৰ স্থাপন হোৱাৰ বাবে বনৰীয়া হাতীৰ জাক দেওপাহাৰ আৰু কালিয়নী পাহাৰ বনাঞ্চললৈ আহযাহ কৰে। বনাঞ্চলখনত থকা কোটোহা বাঁহ, বজাল বাঁহ আদি গছ-গছনি বনৰীয়া হাতীয়ে খাদ্য হিচাপে গ্ৰহণ কৰে। বিশিষ্ট প্ৰকৃতিবিদ তথা উদ্ভিদবিদ ড° পদ্মেশ্বৰ গগৈৰ মতে দেওপাহাৰ বনাঞ্চলত থকা বিভিন্ন প্ৰজাতিৰ গছ-বন, লতা আদি বিশ্বৰ অন্য বনাঞ্চলত পাবলৈ নাই। গছ-গছনিৰ ভিতৰত চাম, কঁঠাল, বঁহত, ভেলেউ, মেজাংকৰী, হাতী ঢেঁকিয়া, বাৰমহীয়া আম, বন সুমথিৰা আদি পোৱা যায়। বন্যপ্ৰাণীৰ ভিতৰত নাহৰফুটুকী বাঘ, লতামাকৰি বাঘ, কেটেলা পহু, গুঁই, হুদু, হলৌ বান্দৰ, লাজুকী বান্দৰ, বনৰৌ, জহামাল, মাটি ফেটি, চকৰি ফেটি, অজগৰ, সেউজীয়া সাপ আদি অসংখ্য সৰীসৃপ বনাঞ্চলখনত আছে। একাধিক নাহৰফুটুকী বাঘক নুমলীগড় চাহ বাগিচা আৰু নুমলীগড় নগৰ অঞ্চলত অবৈধভাৱে পিঞ্জৰা পাতি ধৰে যদিও পিছত বন বিভাগে বনাঞ্চলত মুকলি কৰি দিয়ে। দেওপাহাৰ বনাঞ্চলৰ পৰ্যটক আৰু গৱেষকৰ এক অন্যতম আকৰ্ষণ হ'ল বনাঞ্চলখনৰ ৩৯ নং ৰাষ্ট্ৰীয় পথৰ কাষৰ এজোঁপা ভেলেউ গছত থকা বৰমৌ। কিন্তু ২০০৬ বৰ্ষত উক্ত গছজোপালৈ বৰমৌ নাহিল। এই ভেলেউ গছৰ বৰমৌৰ বিষয়ে ৰাছিয়াৰ মস্কো বিশ্ববিদ্যালয়ৰ উদ্ভিদবিদ ড° মাৰ্জিন ভাডিমি চাৰ্গেণ্ডিয়ে এক গৱেষণা চলায়। একেলগে ইমানবোৰ বৰমৌৰ বাহ দেখিবলৈ পোৱাটো প্ৰকৃতিৰ এক বিৰল ঘটনা বুলি উদ্ভিদবিদজনে প্ৰকাশ কৰিছিল।

দেওপাহাৰৰ দৰে জৈৱ-বৈচিত্ৰ্যপূৰ্ণ বনাঞ্চলখনকে ১৯৯৮ চনত অসম চৰকাৰে নুমলীগড় শোধনাগাৰক ভটিয়নি উদ্যোগ স্থাপনৰ বাবে ব্যক্তিগত খণ্ডক দিয়াৰ যোজা চলায়। উক্ত কথা জানিব পাৰি ১৯৯৯ চনৰ ১৮ জানুৱাৰীত আজিৰ বাতৰি কাকতত এই লেখকৰ দ্বাৰা প্ৰকাশিত 'দেওপাহাৰো ব্যক্তিগত খণ্ডলৈ' শিৰোনামৰ এক বাতৰি পৰিৱেশিত হয়। এই সন্দৰ্ভত ১৯৯৯ চনৰ ৬ ফেব্ৰুৱাৰীত নতুন দিল্লীত কেন্দ্ৰীয় মন্ত্ৰী তথা পিপুলছ্ ফৰ এনিমেলৰ সভানেত্ৰী মানেকা গান্ধীৰ বাসভৱনত গৈ এই লেখকে দেওপাহাৰ বনাঞ্চলক ব্যক্তিগত খণ্ডলৈ হস্তান্তৰ নকৰা সন্দৰ্ভত গোলাঘাটৰ বহু কেইজন ব্যক্তিৰ স্বাক্ষৰ লৈ

স্মাৰক পত্ৰ প্ৰদান কৰিছিল। ইয়াৰ পিছতে গোলাঘাটৰ সেই সময়ৰ উপায়ুক্ত ড° ৰবি কোটা, গোলাঘাটৰ বন সংমণ্ডলৰ প্ৰাধিকাৰী এফ. ৰহমান আদিৰ তৎপৰতাত ১৩৩.৪৫ হেক্টৰ অঞ্চল দেওপাহাৰ প্ৰস্তাৱিত সংৰক্ষিত বনাঞ্চল হিচাপে অসম চৰকাৰে ঘোষণা কৰে। উক্ত ঘোষণাৰ পিছতে সেই সময়ৰ গোলাঘাটৰ বন সংমণ্ডল প্ৰাধিকাৰীগৰাকীয়ে এই লেখককৈ ধন্যবাদসূচক এখনি পত্ৰ প্ৰেৰণ কৰিছিল।



GOVT OF ASSAM
OFFICE OF THE DIVISIONAL FOREST OFFICER GOLAGHAT DIVISION

Letter No B 4109/Deopahar dated 06/10/99

From F Rahman DCF
Divisional Forest Officer
Golaghat Division
Golaghat

Dear Goswami

Offering my thanks to you because you are the first person who had reflected an article regarding the conservation of Deopahar area as a Reserved Forest, in an Assamese Daily " AJIR BATORI " in the issue of 18th Jan'99 giving the importance of the place as well as richness of Forest wealth. Forest Department had been trying to constitute Deopahar as Reserved Forest from a long time. Considering the importance of your Article war-footing action has been taken and at length Gazette Notification has made and declared to constitute Deopahar PRF as Reserved Forest

Many thanks for your Co-operation as well as your love for the Forest Wealth. And also kind Co-operation for preserving and protecting the Forest and Wild Life in Golaghat District. I hope your contribution by constructive writings and help in all aspects to the Forest Department in future

To

Mr Apurba Ballav Goswami
Correspondent, AJIR BATORI
Chandmari
Golaghat-785 621

Sincerely yours

( F RAHMAN )
Divisional Forest Officer
Golaghat Division

বনাঞ্চলখন ১৯৯৯ চনতে চৰকাৰে সংৰক্ষিত কৰিলে যদিও বনাঞ্চলখন আজিলৈকে পূৰ্ণ মৰ্যদা পোৱাৰ পৰা বঞ্চিত হৈ আছে। নুমলীগড় চাহ বাগিচাই বনাঞ্চলৰ কিছু অংশ বেদখল কৰি চাহগছ ৰোপণ কৰিলে যদিও বনাবিভাগে উক্ত বেদখল উচ্ছেদ কৰিবলৈ সফল নহ'ল। গোলাঘাট জিলা প্ৰশাসন বনবিভাগ আৰু নুমলীগড় চাহ বাগিচাৰ কতৃপক্ষই এক যুটীয়াকৈ বনাঞ্চলখনত জৰীপ চলাওঁতে বাগিচা কৰ্তৃপক্ষই বনাঞ্চলখনৰ মাটি বেদখল কৰাৰ ঘটনা পোহৰলৈ আহে। তাৎপৰ্যপূৰ্ণ বিষয় গোলাঘাট জিলাৰ উপায়ুক্তই উক্ত বেদখলৰ ওপৰত এক শুনানি চলাই আজি পৰ্যন্ত কোনো ৰায়দান নিদিয়াকৈ আছে। ২০০০ চনৰ ১২ ফেব্ৰুৱাৰীত নাগালেণ্ডৰ এজন আই এছ বিষয়া ভিহিলে শেখজৰ নেতৃত্বত এদল নগা চোৰাংচিকাৰীয়ে বনাঞ্চলখনৰ ছটা মলুৱা বান্দৰ, চাৰিটা কণামুচৰি, চাৰিটা ফেচলুকা, এটা কপৌ আৰু এটা কেৰ্কেটুৱা গুলিয়াই নিধন কৰিছিল। গোলাঘাটৰ কেইজনমান যুৱকৰ লগতে স্থানীয় ৰাইজে উক্ত বিষয়াজন আৰু সহযোগীসকলক কৰায়ত্ত কৰি বন বিভাগক চমজাই দিয়ে। বনবিভাগে বন্যপ্ৰাণী

সুৰক্ষা আইনৰ ৩৯ / ৫০ ধাৰাৰ অধীনত গোচৰ ৰুজু কৰাৰ লগতে নগা লোককেইজনে ব্যৱহাৰ কৰা নাগালেণ্ড চৰকাৰৰ জিপচী দুখন, তিনিটা পইণ্ট ২২ ৰাইফল জব্দ কৰে। নগা চোৰাংচিকাৰী কেইজনৰ গ্ৰেপ্তাৰত বোকাখাট থানাৰ ভাৰপ্ৰাপ্ত বিষয়া ফুলেশ্বৰ শইকীয়া আৰু কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ বনসংমণ্ডল প্ৰাধিকাৰী পাৰ্থসাৰথি দাসে উল্লেখযোগ্য ভূমিকা লোৱাৰ বাবে ভূয়সী প্ৰশংসা লাভ কৰিছিল। তাৎপৰ্যপূৰ্ণ বিষয়— উক্ত চোৰাংচিকাৰী কেইজনৰ বিৰুদ্ধে গোলাঘাট আদালতত ১০৯৯ / ২০০০ নম্বৰ এক গোচৰ চলি থকাৰ সময়তে অসম চৰকাৰে অসম আৰু নাগালেণ্ডৰ শান্তি-সম্প্ৰীতিৰ কথা কৈ আদালতৰ বিচাৰাধীন গোচৰ প্ৰত্যাহাৰ কৰে। অসম চৰকাৰে বন্যপ্ৰাণী হত্যাকাৰী চোৰাংচিকাৰী গোচৰ প্ৰত্যাহাৰ কৰাৰ ঘটনাত এই লেখকে গুৱাহাটীৰ উচ্চ ন্যায়ালয়ত অসম চৰকাৰৰ বিৰুদ্ধে ৰাজহুৱা স্বাৰ্থত এক গোচৰ তৰে। ৰিভিজন ৮২০ /২০০২ নম্বৰৰ গোচৰত উচ্চ ন্যায়ালয়ে অসম চৰকাৰক কাৰণ দৰ্শোৱাৰ জাননী জাৰি কৰিছিল। ২০০৬ চনৰ ৬ এপ্ৰিলত গুৱাহাটীৰ উচ্চ ন্যায়ালয়ে এক ঐতিহাসিক ৰায়দান কৰি অসম চৰকাৰে উঠাই লোৱা নাগালেণ্ডৰ চোৰাংচিকাৰীৰ গোচৰ পুনৰ চলাবলৈ নিৰ্দেশ দিয়ে। উক্ত গোচৰটোত গুৱাহাটী উচ্চ ন্যায়ালয়ত জ্যেষ্ঠ অধিবক্তা গৌতম উজীৰ আৰু চ[illegible]ন কুমাৰ শৰ্মাই এই প্ৰতিবেদকৰ হৈ যুক্তি প্ৰদৰ্শন কৰিছিল। দেওপাহাৰ বনাঞ্চলতে বহুকেইটা বনৰীয়া হাতী পোৱালি নুমলীগড় চাহ বাগিচাই অবৈধভাৱে খন্দা দ গাঁতত পৰি কৰুণ মৃত্যু ঘটিছিল। বনৰীয়া হাতীয়েও যে বিপদৰ সময়ত সহায় ভিক্ষাৰ বাবে মানৱক চিঞৰি মাতে সেই কথা বিশ্বাস কৰিবলৈ টান লাগে যদিও এনে এক কৰুণ ঘটনা ২০০৪ চনৰ ১৫ জুনত দেওপাহাৰ বনাঞ্চলত ঘটিছিল। নিশা প্ৰায় ১ বজাত বাগিচাৰ এটা খালত তিনিমহীয়া এটা বনৰীয়া হাতীৰ পোৱালি সোমাই পৰে। বনৰীয়া হাতীৰ ৮ জনীয়া দলটোৱে হাতী পোৱালিটো খালৰ পৰা উদ্ধাৰৰ বাবে চিঞৰত গগন ফালিছিল। কাষৰে লৱণঘাটৰ ৰাইজে হাতীৰ বিকট চিঞৰ শুনিবলৈ পায় যদিও নিশা হাতীৰ জাকটোৰ ওচৰলৈ কোনো অহা নাছিল। পুৱা ৫ বজাত নুমলীগড় বাগিচাৰ চকীদাৰ শিৱ বাহাদুৰ চেত্ৰীয়ে লগত কেইজনমান বনুৱা লৈ হাতীৰ দলটোৰ ওচৰত উপস্থিত হওতে আচৰিত ধৰণে বনৰীয়া হাতীৰ দলটোৱে শুৰেৰে বাউল দি চিঞৰি হাতী পোৱালিটো খালত পৰি থকা প্ৰত্যক্ষ কৰাই হাতীৰ দলটো কিছু দূৰ আঁতৰলৈ যায়। বনৰীয়া হাতীৰ জাকটোৱে হাতী

পোৱালিটো গাঁতত পৰি থকা অৱস্থাত পোৱালিটো উদ্ধাৰৰ বাবে শুৰেৰে মানুহক মতা সেই দৃশ্য সঁচাকৈ বিৰল। স্থানীয় উদ্ধাৰকাৰী দলটোৱে চিপ্রাং আদি লৈ খালটো খান্দি বাঁহৰ চাঙত উঠাই হাতী পোৱালিটো উদ্ধাৰ কৰি আনি পথৰ ওপৰত তোলাৰ পাছতে হাতী পোৱালিটোৰ মাকজনীয়ে ঘৰচীয়া হাতীৰ দৰে পোৱালিটোৰ ওচৰলৈ আহি বনুৱা দলটোক কৃতজ্ঞতাৰ দৰে অংগীভংগী কৰে যদিও বনৰীয়া হাতীজনীৰ আগমনত চকিদাৰ শিৱ বাহাদুৰ চেত্রী আৰু বনুৱাসকল পোৱালিটোৰ ওচৰৰ পৰা আঁতৰি আহিছিল। মাকে হাতী পোৱালিটোক গাখীৰ দিবলৈ চেষ্টা কৰে যদিও গোটেই নিশা হাতী পোৱালিটো গাঁতত পৰি অৱশ হৈ পৰিছিল। ভাগ্যৰ কি বিড়ম্বনা, মাকজনীয়ে অৱশ হাতী পোৱালিটো দলটোৰ লগত লৈ যাব বিচাৰোতে পুনৰ এক ফুট আঁতৰত থকা অন্য এটা খালত গৈ পোৱালিটো সোমাই পৰে। হাতী পোৱালিটো পুনৰ তুলিবলৈ মাকে চেষ্টা কৰে যদিও খালটোৰ মাটি খহি হাতী পোৱালিটো আধা পোত খায়। বনুৱা কেইজনে পুনৰ হাতী পোৱালিটো তুলিবলৈ চেষ্টা চলাওতেই বনবিভাগৰ লোক আহি ঘটনাস্থলীত উপস্থিত হয়। বনৰীয়া হাতী আৰু মানুহৰ প্রেমৰ বাস্তৱ নাটখনৰ পুৱা ৫ বজাৰ পৰা ৯ বজালৈ চলাৰ পাছত হাতীৰ দলটো আকৌ পোত যোৱা পোৱালিটোক এৰি নীৰৱে আঁতৰি যায়। স্থানীয় ৰাইজে গৈ দেখে যে হাতী পোৱালিটোৰ ইতিমধ্যে প্রাণবায়ু উৰি গৈছে।

দেওপাহাৰ বনাঞ্চলত ঘটা এনেবোৰ ঘটনাৰ পাছতো বনাঞ্চলখন সংৰক্ষিত বনাঞ্চললৈ উন্নীত কৰি বনবিভাগে বণ্যপ্রাণী সংৰক্ষণৰ বাবে কোনো ব্যৱস্থা গ্রহণ কৰিব নোৱৰাটো অসমবাসীৰ বাবে দুৰ্ভাগ্যজনক ঘটনা।

# বিশ্ব-ঐতিহ্য কাজিৰঙা

অসমৰ পৰ্যটকৰ কেন্দ্ৰভূমি বিশ্ব-ঐতিহ্য কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ ইতিহাস আহোম বুৰঞ্জীত উল্লেখ নাই যদিও জনশ্ৰুতি মতে কাজি নামৰ বুঢ়ী আৰু ৰঙাই নামৰ বুঢ়াই অঞ্চলটোত বৃদ্ধ দম্পত্তি হিচাপে বসবাস কৰিছিল। তেওঁলোকৰ মৃত্যুৰ পিছত কাজি আৰু ৰঙাইৰ নামেৰে কাজিৰঙাৰ সৃষ্টি হ'ল বুলি কয়। বিংশ শতিকাৰ পৰা কাজিৰঙা নামটো জনাজাত হ'বলৈ ধৰে যদিও ব্ৰিটিছৰ শাসনৰ কালত কাজিৰঙা আছিল ঘাঁহনি ভৰা অৰণ্য। ১৮৬৫ চনত কাজিৰঙাইদি উজনি অসমলৈ ব্ৰিটিছ চাউথ্ ট্ৰাংক ৰ'ডৰ নিৰ্মাণৰ কাম আৰম্ভ কৰোঁতে কৰ্নেল পল নামৰ এজন ব্ৰিটিছ ইঞ্জিনিয়াৰে কাজিৰঙা অঞ্চলত দৈনিক চিকাৰ কৰিছিল বুলি জনা যায়। ১৯০০ চনত লৰ্ড কাৰ্জন আৰু তেওঁৰ পত্নী লেডী লেইষ্টাৰ কাৰ্জন উজনি অসমৰ কয়লাৰ নগৰী লিডুলৈ আহিছিল। লিডুৰ পৰাই লেডী কাৰ্জনে কাজিৰঙালৈ গঁড় চাবলৈ আহিছিল যদিও গঁড়ৰ ভৰিৰ খোজহে দেখা পাইছিল। লেডী কাৰ্জনক গঁড় দেখুৱাবলৈ নিছিল কাজিৰঙাৰে নিগনা চিকাৰী নিগন্না হাজৰিকাই। নিগনাৰ বিষয়ে অসমৰ ইতিহাসত লিপিবদ্ধ নাছিল। ২০০৫ বৰ্ষৰ ফেব্ৰুৱাৰী মাহত অনুষ্ঠিত কাজিৰঙা শতবৰ্ষত লেডী কাৰ্জনৰ নাতিনীয়েক লৰ্ড ৰেভেগুডেলয়ে কাজিৰঙাত উপস্থিত হৈ নিগনাৰ বিষয়ে জানিব বিচৰাতহে নিগনা চিকাৰীৰ তথ্য উদ্‌ঘাটন হয়। নিগনা চিকাৰীৰ দৰে কাজিৰঙাৰ ইতিহাসত বহু লোক সন্নিবিষ্ট নোহোৱাকৈয়ে আছে। যি কি নহওক, দূৰদৰ্শী ব্ৰিটিছ মহিলা লেডী কাৰ্জনৰ নিৰ্দেশতে ১৯০৫ চনত কাজিৰঙা প্ৰস্তাৱিত সংৰক্ষিত বনাঞ্চল হিচাপে ঘোষণা কৰা হয়। ইয়াৰ পিছতে ১৯০৮ চনৰ ৩ জানুৱাৰীত ব্ৰিটিছ গৱৰ্ণৰ জেনেৰেল লৰ্ড কাৰ্জনে ব্ৰিটিছ বুৰক্ৰেচি ৰুলিং প্ৰয়োগ কৰি কাজিৰঙাক সংৰক্ষিত বনাঞ্চললৈ উন্নীত কৰে। ১৯১৬ চনৰ ১০ নৱেম্বৰত কাজিৰঙা সংৰক্ষিত বনাঞ্চলক কাজিৰঙা প্ৰমোদ উদ্যান (Game Park) হিচাপে নামকৰণ কৰা হয়। সেই সময়ত কাজিৰঙা প্ৰমোদ উদ্যানত দেশী-বিদেশী পৰ্যটকে বন্যপ্ৰাণী চাবলৈ আহি মুক্তভাৱে গুলীয়াই বন্যপ্ৰাণী নিধনত নামি পৰাত ব্ৰিটিছ বন সংৰক্ষক বিষয়া এ. জে. মিলৰয়ে ১৯৩৮ চনত কাজিৰঙাত চিকাৰ নিষেধ কৰি কেৱল পৰ্যটকক বন্যপ্ৰাণী দৰ্শন কৰিবলৈ অনুমোদন দিয়ে।

ভাৰতবৰ্ষৰ স্বাধীনতাৰ পিছতে ১৯৫০ চনত প্ৰমোদ উদ্যান কাজিৰঙাক বন্যপ্ৰাণীৰ অভয়াৰণ্য হিচাপে নামকৰণ কৰা হয়। ১৯৭৪ চনৰ ১১ ফেব্ৰুৱাৰী কাজিৰঙাই ৰাষ্ট্ৰীয় উদ্যানৰ মৰ্যাদা পায়। ১৯৮৫ চনত কাজিৰঙাই বিশ্ব ঐতিহ্য স্থানৰূপে স্বীকৃতি পায়। বিশ্ব ঐতিহ্য স্থান হিচাপে কাজিৰঙাই স্বীকৃতি পোৱাৰ পিছতে লণ্ডনৰ পৰিৱেশ সংগঠন 'এনভাৰমেণ্ট্ ইনভেষ্টিগেচন এজেঞ্চি'য়ে কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান বিশ্বৰ সুৰক্ষিত উদ্যান হিচাপে স্বীকৃতি দিয়াৰ লগতে ২০০০ বৰ্ষত 'ৱৰ্ল্ড ৱাইল্ড লাইফ ফাউণ্ডেশ্যন'য়ে কাজিৰঙাক 'সহস্ৰাব্দ বঁটা' প্ৰদান কৰে। ১৯০৮ চনত কাজিৰঙাত গঁড়ৰ সংখ্যা আছিল মাত্ৰ ১২ টা। বিলুপ্তপ্ৰায় গঁড়ক সুৰক্ষাৰ ক্ষেত্ৰত কাজিৰঙাই লোৱা ব্যৱস্থাৰ ফলত ৰাষ্ট্ৰীয় উদ্যানখনত বৰ্তমানৰ গঁড়ৰ সংখ্যা হৈছেগৈ প্ৰায় ২০০০ টা।

বৰ্তমান কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ মুঠ মাটিকালি ৪৩০ বৰ্গ কিলোমিটাৰ। উত্তৰ দিশে মহাবাহু ব্ৰহ্মপুত্ৰ নিৰৱধি বৈ আছে। দক্ষিণে কাৰ্বি আংলং জিলাৰ কেইবাখনো বন্যপ্ৰাণী অভয়াৰণ্য ৰাষ্ট্ৰীয় উদ্যানখনৰ লগত সংযোজন হৈ আছে। পূবে বোকাখাট আৰু পশ্চিমে নগাঁও জিলাৰ এক বিস্তীৰ্ণ অঞ্চলে আৱৰি আছে কাজিৰঙাক। বন্যপ্ৰাণীসমূহ বিচৰণ কৰিবলৈ প্ৰকৃতিয়ে কাজিৰঙাক এক আচৰিত ধৰণেৰে সজাই তুলিছে। জলাহ, পিতনি. ঘাঁহনি, ঘন অৰণ্য অৰ্ধ চিৰসেউজ অঞ্চল, কাঠনি অঞ্চল, ওখ গছৰ অৰণ্য অঞ্চলো আছে কাজিৰঙাত। ইয়াৰ উপৰি কাজিৰঙাত আছে অসংখ্য বিল। এই বিলসমূহ হ'ল— বৰবিল, ডোঙা, মোনাবিল, চিতলমাৰী, চহলা, মেৰবিল, কাঠপৰা, বৰুনলনি, গৰৈমাৰী, হাতীচৰা, বৰালিমৰা, বাঘবিল, ভৈচামাৰী, উজানতলি, গেৰাকাটি, বোকাবিল, বকপৰা, গেন্ধামাৰী, ৰজামাৰী, নাৰমৰা, বাহুবিল আদি। তদুপৰি ডিফলু, মৰাডিফলু, বৰজুৰি, দিৰিং, কঁহৰা, দিহিং, ভালুকজুৰি আদি সৰু সৰু নৈ বৈ গৈছে কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ মাজেৰে। ৰাষ্ট্ৰীয় উদ্যানখনৰ উত্তৰ অঞ্চলত ব্ৰহ্মপুত্ৰৰ খহনীয়াই উদ্যানৰ মাটি-কালি কমাইছে। ব্ৰহ্মপুত্ৰ নদীৰ বাঢ়নি পানীয়ে প্ৰতি বছৰে কাজিৰঙাৰ বন্যপ্ৰাণীসমূহৰ প্ৰতি ভাবুকিৰ সৃষ্টি কৰে। বানপানীৰ সময়ত সৰহ সংখ্যক বন্যপ্ৰাণী ৩৭ নং ৰাষ্ট্ৰীয় ঘাই পথ অতিক্ৰম কৰি কাৰ্বি পাহাৰত উঠে। পানী শুকালে পুনৰ উভতি আহে কাজিৰঙালৈ। প্ৰতি বছৰে অহা বানপানীয়ে কাজিৰঙাত তৃণভোজী প্ৰাণীৰ বাবে ঘাঁহৰ সৃষ্টি কৰে। অৱশ্যে বছৰ বছৰ ধৰি বানে কঢ়িয়াই অনা পলসৰ বাবে কাজিৰঙাৰ খাল, বিল, জান,

আদি বাম হৈ কিছু জলাশয়ৰ অস্তিত্ব লোপ পাইছে।

কাজিৰঙাৰ বিশ্ববিখ্যাত এশিঙীয়া গঁড়ৰ বৈজ্ঞানিক নাম *Rhinoceros unicornis*। উষ্ণ মণ্ডলীয় অৰ্ধ চিৰসেউজ বনাঞ্চল গঁড় বিচৰণৰ বাবে উপযোগী হোৱাৰ বাবে কাজিৰঙাত অধিক গঁড় বিচৰণ কৰে। গঁড়ৰ উপৰি বাঘ, হাতী, বনৰীয়া মহ, দল হৰিণ, সুগৰি পহু, শৰ পহু, গাহৰি, ভালুক আদিৰ লগতে ভিন্ন প্ৰজাতিৰ সৰীসৃপ, অজগৰ, ফেঁটী সাপ, বিলসমূহত প্ৰচুৰ মাছ, কাছ আছে। কাজিৰঙা দেশৰ সৰ্বোত্তম পক্ষী নিবাস বুলিও পক্ষীবিদসকলে কয়। দেশৰ ৪৩৬ খন মনোৰম পক্ষী বিচৰণ ভূমিৰ তালিকাত কাজিৰঙাৰ স্থান প্ৰথম। "বাৰ্ড লাইফ ইন্টাৰনেশ্যনেল' আৰু 'বম্বে নেচাৰেল হিষ্ট্ৰিকেল চ'চাইটি'য়ে চলোৱা গৱেষণাত কাজিৰঙাৰ স্থান শীৰ্ষত। উক্ত সংগঠন দুটাই প্ৰকাশ কৰা মতে 'ইম্পৰ্টেণ্ট বাৰ্ড এৰিয়া ইন ইণ্ডিয়া' নামৰ কিতাপত কাজিৰঙাত ৪৯০ টা প্ৰজাতিৰ পক্ষী থকাৰ লগতে ১৯৯৯ চনত কাজিৰঙাৰ পক্ষী প্ৰজাতি সংখ্যা ৫৭৮ বুলি উল্লেখ কৰে। অৱশ্যে ইয়াৰে ২৪ টা প্ৰজাতি পক্ষীৰ অস্তিত্ব বিপন্ন। কাজিৰঙাত থকা মুঠ প্ৰজাতিৰ ১৯৭ টা স্থানীয়, ১৬৫ টা বিদেশী প্ৰৱিভ্ৰমী পক্ষী আৰু ৪৬ টা স্থানীয় প্ৰজাতিৰ পৰিভ্ৰমী পক্ষী। প্ৰতি বছৰে সুদূৰ চাইবেৰিয়াৰ পৰা জাকে জাকে পেলিকান কাজিৰঙা উদ্যানৰ অগৰাতলি ৰেঞ্জলৈ আহে। উদ্যানৰ শিমলু গছবোৰত বাহ সাজি কণীৰ পৰা পোৱালি জগাই ডাঙৰ কৰি এপ্ৰিল, মে' মাহত পুনৰ এক বৃহৎ পৰিয়াল লৈ পেলিকান ঘৰমুৱা হয়। পেলিকান চৰাইজাকৰ এটাই লক্ষ্য কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ অগৰাতলি ৰেঞ্জৰ শিমলু গছবোৰত বাহ সাজি এপ্ৰিল মাহলৈকে কটোৱা। ৰাষ্ট্ৰীয় উদ্যানখনলৈ আগষ্ট, ছেপ্টেম্বৰ মাহত পৰিভ্ৰমী পক্ষী পেলিকান প্ৰতিবছৰে আহে আৰু এই উদ্যানত ক'লা দুৱাৰ বিলত প্ৰতি বৰ্ষতে প্ৰায় দুই শতাধিক পেলিকান দেখা যায়। বিলখনত মেটেকাৰে পৰিপূৰ্ণ হৈ ঢাকি পেলোৱাৰ বাবে বিলত পেলিকান যথেষ্ট অসুবিধাৰ মুখামুখি হয়। উদ্যান কৰ্তৃপক্ষই বিলখনৰ পৰা সোনকালে মেটেকাসমূহ আঁতৰ নকৰোৱাৰ বাবেই পৰিভ্ৰমী পক্ষীৰ জাক যথেষ্ট অসুবিধাৰ সমুখীন হয়। কাজিৰঙাৰ জৈৱ বৈচিত্ৰ্যত আকৰ্ষিত হৈ হাজাৰ হাজাৰ কিলোমিটাৰ অতিক্ৰম কৰি প্ৰতিবছৰে পেলিকান আহে। পেলিকান জাক পাতি অৱস্থান কৰি থকাটো এক গৱেষণাৰো বিষয় হ'ব পাৰে। জাক জাক পেলিকান বিলত একেলগে ভ্ৰমি মাছ ধৰা দৃশ্য বিৰল। উল্লেখযোগ্য যে ১৯৯৯ চনত উদ্যান কৰ্তৃপক্ষই

উদ্যানত পেলিকান চাবৰ বাবে পেলিকান কলনিত এটা ৱাচ টাৱাৰ নিৰ্মাণ কৰে যদিও টাৱাৰটো নিৰ্মাণ হোৱাৰ পিছত পেলিকান জাক প্ৰায় ২ কিলোমিটাৰ পূব দিশৰ ফালে গৈ থাকিবলৈ লয়। প্ৰতি বছৰি হোৱা বানপানীয়ে কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ পথসমূহৰ ক্ষতি কৰে যদিও উদ্যান কৰ্তৃপক্ষই সম্পূৰ্ণকৈ মেৰামতি কৰাত ব্যৰ্থতা প্ৰদৰ্শন কৰি আহিছে। উদ্যান কৰ্তৃপক্ষই সেনা বাহিনীৰ লগত যোগাযোগ কৰি উদ্যানৰ দলংসমূহ 'বেইলী ব্ৰিজ' কৰিলে উদ্যানত বানপানী আহিলেও বেইলী ব্ৰিজৰ একো ক্ষতি নহয়। উদ্যান কৰ্তৃপক্ষই এই ক্ষেত্ৰত ৰাষ্ট্ৰীয় উদ্যানত বেইলী ব্ৰিজ নিৰ্মাণৰ আঁচনি ললে উদ্যানৰ যাতায়ত ব্যৱস্থা বহু উন্নত হ'ব। ইতিমধ্যে উদ্যান কৰ্তৃপক্ষই বাটপথৰ মেৰামতি কাম আৰম্ভ কৰিছে। বিশ্বৰ বিভিন্ন প্ৰান্তৰ পৰা অহা পৰ্যটক কাজিৰঙাৰ প্ৰাকৃতিক সৌন্দৰ্যত আপ্লুত হৈ পৰে। পৰ্যটকৰ মন্তব্য— অন্য উদ্যানতকৈ কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানত প্ৰচুৰ পৰিমাণে বন্য জীৱ-জন্তু দেখিবলৈ পোৱা যায়। কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানখন চাৰিটা ৰেঞ্জত ভাগ কৰা হৈছে। অগৰাতলি, কঁহৰা, বাগৰি অৰু বুঢ়াপাহাৰ ৰেঞ্জ। কাজিৰঙাৰ আকাৰ বঢ়াবলৈ সম্প্ৰসাৰণৰ বাবে ৬ টা খণ্ডত মুঠ ৪২৯.৪০ বৰ্গ কিঃ মিঃ সামৰি লোৱা হয় যদিও ৰাজনৈতিক নেতাৰ বাধা আৰু ন্যায়ালয়ৰ গোচৰৰ বাবে সম্প্ৰসাৰণৰ মাত্ৰ প্ৰথম খণ্ড বুঢ়াপাহাৰ অঞ্চলৰ ৪৩.৭০ বৰ্গ কিঃমিঃহে উদ্যানত পঞ্জীভূত হৈছে। দ্বিতীয় খণ্ড শিলডুবি অঞ্চলৰ ৬.৪৭ বৰ্গ কিঃ মিঃ, তৃতীয় খণ্ডৰ পানবাৰী অঞ্চলৰ ০.৬৯ বৰ্গ কিঃ মিঃ, চতুৰ্থ খণ্ডৰ কাঞ্চনজুৰি অঞ্চলৰ ০.৮৯ বৰ্গ কিঃমিঃ, পঞ্চম খণ্ড হালধিবাৰী অঞ্চলৰ ১.১৫ বৰ্গ কিঃমিঃ আৰু ষষ্ঠ খণ্ডৰ পানপুৰ সংৰক্ষিত বনাঞ্চল আৰু শোণিতপুৰ জিলাৰ ব্ৰহ্মপুত্ৰ চাপৰি সমূহৰ ৩৭৬.৫০ বৰ্গ কিঃমিঃ এতিয়াও উদ্যানত অন্তৰ্ভুক্ত হোৱা নাই। বৰ্তমান ষষ্ঠ খণ্ডৰ কিছু অঞ্চলত ৰাজনৈতিক নেতাৰ ছত্ৰছাঁয়াতে বেদখলকাৰীয়ে ঘৰ-দুৱাৰ সাজি দখল অব্যাহত ৰাখিছে। চাপৰিসমূহত অবৈধ নাগৰিক তথা এচাম দুষ্কৃতিকাৰীয়ে চোৰাং চিকাৰ, অসামাজিক কাম-কাজত লিপ্ত হৈ আছে। চোৰাংচিকাৰীৰ দ্বাৰা গঁড় হত্যা কাজিৰঙাৰ এক জলন্ত সমস্যা। উদ্যানত বুঢ়াপাহাৰ ৰেঞ্জৰ এক বিশাল অঞ্চল সন্দেহযুক্ত বাংলাদেশীৰ কবলত। বাংলাদেশীয়ে বুঢ়াপাহাৰৰ নামনিত এটা দুটা জুপুৰিৰ পৰা গাঁও পাতিলে। কাজিৰঙা উদ্যানৰ কাষত বিলসমূহ চৰকাৰে মাছমৰীয়াক লিজত দিয়াত উদ্যানৰ বন্য জীৱ-জন্তুৰ প্ৰতি এক ভাবুকিৰ সৃষ্টি হৈছে। কাজিৰঙাত নিলাজী

বন,পানীচিকতি, বনৰীয়া গোলাপ আদি উদ্ভিদসমূহে উদ্যানখনৰ প্ৰতি ভাবুকিৰ সৃষ্টি কৰে। প্ৰতি বছৰে খৰালি কাজিৰঙাত ইকৰাণী, বৰটানীবোৰ জ্বলাই দিয়া হয় বাবে গছ-গছনিৰ গুটি নষ্ট হয় আৰু গজিব নোৱাৰে। অৱশ্যে কাজিৰঙাত অপতৃণ 'মাইমোছা'ৰ বৃদ্ধি ৰোধ কৰিবৰ বাবে আন্তৰ্জাতিক বন্যপ্ৰাণী সন্থাই জীৱ-জন্তুৰ কল্যাণৰ বাবে কিছু আঁচনি লৈছে। 'ৱাইল্ড লাইফ ট্ৰাষ্ট অৱ ইণ্ডিয়া', ৰাষ্ট্ৰসংঘৰ স্বীকৃতিপ্ৰাপ্ত অনুষ্ঠান 'ইণ্টাৰনেশ্যনেল ফাণ্ড ফ'ৰ এনিমেল ওৱেলফেয়াৰ' আৰু কেন্দ্ৰীয় চৰকাৰৰ অৰ্থ সাহায্যত কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ পানবাৰীত স্থাপন কৰিছে দেশৰ প্ৰথমটো বন্যপ্ৰাণী সংস্থাপন কেন্দ্ৰ (ৰেচিকিউ চেণ্টাৰ)। কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ অন্তৰ্গত পানবাৰী সংৰক্ষিত বনাঞ্চলত থকা ৰেচকিউ চেণ্টাৰৰ পৰা বনবিভাগে এটা হলৌ বান্দৰ আৰু এটা গঁড় পোৱালি চিৰিয়াখানালৈ স্থানান্তৰ কৰিব বিচৰাত অঞ্চলটোত তীব্ৰ প্ৰতিক্ৰিয়া সৃষ্টি হৈছে। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে, ২০০২ বৰ্ষত কাজিৰঙাৰ ৰাষ্ট্ৰীয় উদ্যানৰ পৰা বন বিভাগে ৰাষ্ট্ৰীয় উদ্যানতে জন্ম হোৱা মাকৰ গাখীৰ খাই থকা তিনিবছৰীয়া 'জয়ন্তী' নামৰ এজনী হাতী পোৱালি সুদূৰ তামিলনাডুলৈ পঠায়। উল্লেখযোগ্য যে, ১৯৯৮ চনত কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানত প্ৰলয়ংকাৰী বানপানীত বহু সংখ্যক বন্য জীৱ-জন্তু অকালতে মৃত্যুবৰণ কৰাৰ পিছত গৰ্ভৰ্ণমেণ্ট অৱ ইণ্ডিয়াৰ মিনিষ্টেৰি অৱ চচিয়েল জাষ্টিচ্ এণ্ড এম্পায়াৰমেণ্টে কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ পানবাৰী বনাঞ্চলত ৰেচকিউ চেণ্টাৰ বহুওৱাৰ চিন্তা কৰে। সেই মৰ্মে ২০০২ বৰ্ষৰ ২০ আগষ্টৰ দিনটোতে অসমৰ বনমন্ত্ৰী প্ৰদ্যুৎ বৰদলৈয়ে আনুষ্ঠানিকভাৱে চেণ্টাৰটো মুকলি কৰে। ইন্টাৰনেচনেল ফাণ্ড কৰ এনিমেল ওৱেলফেয়াৰে চেণ্টাৰটো চলাবলৈ খৰচ পাতি দিয়াৰ লগতে অসম চৰকাৰ আৰু ওৱাইল্ড লাইফ ট্ৰাষ্ট অৱ ইণ্ডিয়াই যুটীয়াভাৱে চেণ্টাৰটো পৰিচালনা কৰে। ৰেচকিউ চেণ্টাৰটোৰ মুল উদ্দেশ্য হৈছে প্ৰাকৃতিক দুৰ্যোগ বা অন্য কিবা কাৰণত আলাই-আথানি হোৱা বন্য জীৱ-জন্তুসমূহ উদ্ধাৰ কৰি প্ৰাকৃতিক পৰিৱেশৰ মাজত চিকিৎসা সেৱা আগবঢ়াই সুস্থ কৰি পুনৰ প্ৰকৃতি পৰিৱেশত মুকলি কৰি দিয়া। বৰ্তমান ৰেচকিউ চেণ্টাৰটোৰ বিষয়া-কৰ্মচাৰীসকলে নিষ্ঠাৰে সেৱা আগবঢ়োৱাৰ বাবে চেণ্টাৰটোৱে ৫০% কৈ অধিক বন্য প্ৰাণীক চিকিৎসা সেৱা আগবঢ়াই পুনৰ প্ৰকৃতিৰ পৰিৱেশলৈ ঘূৰাই পঠায় বিশ্বৰ ভিতৰতে এক অভিলেখ সৃষ্টি কৰিছে। বৰ্তমান ৰেচকিউ চেণ্টাৰত এটা

গঁড় পোৱালি, এটা হাতী পোৱালি, এটা নাহৰফুটুকী বাঘ, এটা হলৌ বান্দৰ, এটা জহামালকে ধৰি বিৰল প্ৰজাতিৰ পক্ষীৰো চিকিৎসা সেৱা আগবঢ়াই আছে। চলিত মাহৰ দ্বিতীয় সপ্তাহত সোৱণশিৰি নদীৰ গোগামুখৰ সোণাপুৰ ঘাটৰ পৰা এটা দুমহীয়া হাতী পোৱালি উদ্ধাৰ কৰি আনি বৰ্তমান ৰেচকিউ চেণ্টাৰত চিকিৎসা সেৱা আগবঢ়াই থকা হৈছে। বৰ্তমান প্ৰায় ডেৰশ বন্য জীৱ-জন্তু ৰেচকিউ চেণ্টাৰে চিকিৎসা সেৱা আগবঢ়োৱাৰ লগতে ৫০ টাতকৈও অধিক বন্য জীৱ-জন্তু সুস্থ কৰি প্ৰকৃতি পৰিৱেশৰ লগত মুকলি কৰি দিবলৈ সক্ষম হৈছে। ইয়াৰ উপৰি ৰেচকিউ চেণ্টাৰৰ বিষয়া-কৰ্মচাৰী অন্য বনাঞ্চললৈ গৈ প্ৰায় ২০টাতকৈ অধিক বন্য জীৱ চিকিৎসা সেৱা আগবঢ়াই সুস্থ কৰিছে।

সম্প্ৰতি কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান ভয়াৱহ সংকটৰ সমুখীন হৈছে। সময় থাকোতেই ৰাষ্ট্ৰীয় উদ্যানখনক বচাবলৈ জৰুৰী পদক্ষেপ গ্ৰহণ নকৰিলে ই কালৰ বুকুত বিলীন হৈ যাবলৈ বেছি সময়ৰ দৰকাৰ নহ'ব। ৰাষ্ট্ৰীয় উদ্যানখনে সমুখীন হোৱা সমস্যাসমূহ থূলমূলকৈ তলত আলোচনা কৰা হ'ল—

(১) কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ উত্তৰ আৰু পূব পাৰৰ বৃহৎ অংশ প্ৰতি বছৰে ব্ৰহ্মপুত্ৰৰ বুকুত জাহ যোৱা উল্লেখনীয় অঞ্চলসমূহ হৈছে— ধানবাৰীৰ পৰা ম'হপাৰালৈ, কালিপাৰাৰ পৰা দেবেশ্বৰীলৈকে আৰু আৰিমূৰাৰ পৰা কাৰ্তিপাৰালৈকে। চলিত বৰ্ষলৈকে কাজিৰঙাৰ মুঠ মাটিকালি ৪২৯.৯৩ বৰ্গ কিঃ মিটাৰৰ পৰা হ্ৰাস হৈ প্ৰায় ৪০২ বৰ্গ কিঃমিঃ হৈছেহি। ৰাষ্ট্ৰীয় উদ্যানখনত সংযোজিত হোৱা প্ৰথম সংস্কৰণত ৪৩.৯৭ বৰ্গ কিঃ মিঃ উদ্যান কৰ্তৃপক্ষৰ অধীনত আছে আৰু পিছত দ্বিতীয়ৰ পৰা ষষ্ঠ বাৰলৈ সংযোজিত হোৱা মাটি-কালি এতিয়াও বেদখলমুক্ত কৰিবলৈ বাকী আছে।

(২) ৰাষ্ট্ৰীয় উদ্যানখনত থকা বিলসমূহৰ আয়তন বছৰি সৰু হৈ আহিছে। উপগ্ৰহৰ পৰা পোৱা চিত্ৰ অনুসৰি উদ্যানখনত থকা বিলসমূহৰ আয়তন উদ্যানখনৰ আয়তনৰ ৭.৯ শতাংশ আৰু বাৰ মাহে পানী থকা বিলসমূহৰ অবিহনে উদ্যানখনত গঁড়, বনৰীয়া ম'হ আৰু সুগৰী পহু (Swamp deer) ৰ অস্তিত্ব নাথকিব।

(৩) প্ৰতি বছৰে সমুখীন হোৱা বানপানীৰ পৰা ৰক্ষা পাবলৈ ৰাষ্ট্ৰীয় উদ্যানখনৰ জীৱ-জন্তুবোৰ দক্ষিণলৈ ওলাই আহি ৩৭ নং ৰাষ্ট্ৰীয় পথ পাৰ হৈ কাৰ্বি আংলং পাহাৰৰ নামনিত আশ্ৰয় লয়। এই অঞ্চলটো জীৱ-জন্তুৰ অস্থায়ী বসতিৰ বাবে উত্তম যদিও যোৱা কেইবছৰ মানৰ পৰা এই অঞ্চলটোত খনন-উদ্ঘাটন আদি

কার্য চলাই জৈৱ-বৈচিত্র্যৰ ব্যাপক অৱনতি ঘটাইছে।

(৪) প্রকৃতিয়ে তৃণভূমি অঞ্চলত বৃহৎ গছ আদি গজাই তেনে অঞ্চলৰ পৰিসৰ কমাই আনিছে। কিছু বছৰৰ পৰা বছৰৰ আৰম্ভণীতে হোৱা (ফেব্রুৱাৰী-মার্চ) বৃষ্টিপাতৰ ফলত তৃণভূমি অঞ্চলসমূহ জ্বলাই দিবলৈ সমস্যাৰ সৃষ্টি হৈছে। ফলত তৃণভূমিসমূহত বৃহৎ গছ গজি তৃণভূমিৰ পৰিসৰ কমাই আনিছে।

(৫) ৰাষ্ট্রীয় উদ্যানখনত তৃণভূমি অঞ্চলৰ কাৰণে ভাবুকিস্বৰূপ মাইমোচা (*Mimosa invisia*), লিটচিয়া আচামিকা (*Litsea assamica*), লিয়া ক্রিপচ্ (*Leea crispa*), পার্থেনিয়াম (*Parthenium histeroferous*), বনৰীয়া গোলাপ আদিয়ে ক্রমাৎ চানি ধৰিছে।

(৬) চৰণীয়া অঞ্চলসমূহৰ কিছুমান অঞ্চলত যেনে— বাগৰি ৰেঞ্জৰ বহু বিল আৰু বৰবিলৰ প্রায় ১৬ বর্গ কিঃ মিঃ এলেকা জীৱ-জন্তুৰ চৰণীয়া ভূমিৰ কাৰণে অনুকূল হৈ থকা নাই।

এই সকলোখিনি সমস্যাৰ ভিতৰত কার্বি আংলং পাহাৰৰ নামনিৰ জীৱ-জন্তুৰ বসতিস্থল ধ্বংস হৈ থকা ঘটনাটোৱেই মুখ্য সমস্যা হৈ থিয় দিছে। কাজিৰঙা কার্বি আংলঙৰ জৈৱ-বৈচিত্র্যৰে ভৰা অঞ্চলটো, যিটো ২০০৩ বর্ষৰ ১৭ এপ্রিলত হস্তী সংৰক্ষিত অভয়াৰণ্য হিচাপে ঘোষণা কৰা হৈছিল (জাননী নং এফ আৰ ডব্লিউ/৪৪/২০২/৬৩) আৰু ইয়াৰ মাটিকালি সামৰা হৈছিল ৩২৭০ বর্গ কিঃ মিঃ, এই সমগ্র অঞ্চলটোৰ জৈৱ-বৈচিত্র্য ধ্বংস কৰি স্থাপন কৰা শিলৰ কুৱাৰী আৰু শিলভঙা মেচিনে পৰিৱেশ জীৱ-জন্তুৰ বসবাসৰ অনুপযোগী কৰি তুলিছে। অসম চৰকাৰে বিহ্ৰাৰ এটা শিলৰ কুৱাৰী এন এফ ৰেলৱেক লীজত দিছে, য'ৰ পৰা কাজিৰঙা ৰাষ্ট্রীয় উদ্যানলৈ আকাশেৰে (Aerial) দূৰত্ব ১০ কিঃ মিঃ ভিতৰত। ইয়াৰ উপৰি ৰাষ্ট্রীয় উদ্যানখনক আগুৰি গোলাঘাট আৰু নগাঁও জিলাত ১৮ টা শিলৰ কুৱাৰী আৰু কার্বি আংলঙত ৩০ টা শিল ভঙা মেচিন স্থাপন কৰা হৈছে। ২০০৪ চনত লীজত দিয়া বিহ্ৰাৰ শিলৰ কুৱাৰীত ২৩ টা ক্ষেত্রত বিস্ফোৰণ ঘটাই শিল আহৰণ কৰি থকা হৈছে যাৰ ফলত বন্য জীৱ জন্তুৰ বাসস্থান আৰু খাদ্য আহৰণ কৰা অঞ্চল সম্পূর্ণ ধ্বংস হৈছে। বিহ্ৰা শিলৰ কুৱাৰীটো যিটো অংশত অৱস্থিত, সেই অংশটোৱেই একমাত্র কৰিড'ৰ, যিটোৱেদি কাজিৰঙা ৰাষ্ট্রীয় উদ্যানৰ পৰা নামবৰ দৈগ্ৰোং বন্যপ্রাণী অভয়াৰণ্যলৈ অহা-যোৱা কৰে। অন্যহাতেদি উক্ত শিলৰ কুৱাৰীটো

ভাৰত চৰকাৰৰ পৰিৱেশ আৰু বন মন্ত্ৰালয়ৰ দ্বাৰা জাৰি কৰা জাননী মতে নুমলীগড় শোধানাগাৰৰ উন্নয়নৰহিত অঞ্চল (No Development Zone)ত পৰে (Dated 5th July 1996)। তদুপৰি অসম চৰকাৰে কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ পৰা ১৫ কিলোমিটাৰ অঞ্চলক (CTE 59/90/194\ A dated 19 January) ১৯৯৫ চনত উন্নয়নৰহিত অঞ্চল হিচাপে ঘোষণা কৰে।

প্ৰণিধানযোগ্য যে পৰিৱেশ সম্পৰ্কীয় মূল্যাঙ্কন পৰিষদে (Enviromment impact assessment, EIA) শিলৰ কুৱাৰী স্থাপন কৰিবলৈ অনুমতি দিয়াৰ আগতে কোনো ৰাজহুৱা শুনানী গ্ৰহণ কৰা নাছিল। গোলাঘাট জিলাৰ তদানীন্তন বন সংমণ্ডল প্ৰাধিকাৰী সুৰেন্দ্ৰ নাথ বুঢ়াগোঁহায়ে ক্ষেত্ৰ অধ্যয়ন নকৰাকৈয়ে বিহ্ৰাৰ শিল কুৱাৰীত বিস্ফোৰণ ঘটাই শিল আহৰণ কৰিবলৈ উৰ্দ্ধতম মহলক এক প্ৰতিবেদন দাখিল কৰিছিল। বন সংমণ্ডল প্ৰাধিকাৰী বুঢ়াগোঁহায়ে ২০০২ চনৰ নৱেম্বৰ মাহত বিহ্ৰাত থকা বন বিভাগৰ উপবন খণ্ডৰ কাৰ্যালয়টো নুমলীগড়লৈ স্থানান্তৰ কৰিছিল। বুঢ়াগোহাঁইয়ে বিহ্ৰা অঞ্চলত কোনো জৈৱ বৈচিত্ৰ্য নাই বুলি এক ভুল তথ্য উৰ্দ্ধতম মহলক দিছিল। এইগৰাকী বনবিষয়াৰ কাৰ্যকালতে ৰেল বিভাগৰ ঠিকাদাৰে বিহ্ৰাৰ শিলৰ কুৱাৰীত বিস্ফোৰণ ঘটাই শিল আহৰণৰ সুবিধা লাভ কৰিছিল। কিন্তু যোৰহাটস্থ পূব অসম চক্ৰ বনসংৰক্ষক বিকাশ ব্ৰহ্মাই ইয়াৰ প্ৰতিবাদ কৰিছিল। ব্ৰহ্মাৰ প্ৰতিবাদত শ্বিলংস্থ কেন্দ্ৰ চৰকাৰৰ মুখ্য বন সংৰক্ষকে বিহ্ৰাৰ শিল কুৱাৰীৰ ওপৰত এনভাৰ'মেণ্ট ইমপেক্ট এচেচমেণ্টৰ ৰিপৰ্ট বিচাৰে। কেন্দ্ৰীয় বন মন্ত্ৰালয়ৰ নিয়ম অনুসৰি ৫ হেক্টৰৰ অধিক অঞ্চল হ'লে উক্ত ৰিপৰ্টৰ প্ৰয়োজন আছিল যদিও বন বিভাগে কৌশলেৰে মাত্ৰ ৪.৭২ হেক্টৰ অঞ্চল বিস্ফোৰণ ঘটাবলৈ ৰেল বিভাগক দিছিল। বিহ্ৰাত শিল বিস্ফোৰণ ঘটোৱাৰ লগে লগে বন্য হস্তীৰ জাকসমূহে অঞ্চলটোত ভয়াৱহ পৰিস্থিতিৰ সৃষ্টি কৰি ২০০৫ বৰ্ষত বেচৰকাৰী তথ্যমতে ১৫ জনৰো অধিক নিৰীহ মানুহৰ মৃত্যু ঘটায়। এই লেখকে উক্ত ভয়াৱহ পৰিস্থিতিৰ বিষয়ে দৈনিক জনভূমিত ধাৰাবাহিকভাৱে লিখাত এক ন্যস্তস্বাৰ্থ মহলৰ পৰা বহু প্ৰত্যাহ্বান সমুখীন হৈছিল।

হস্তী প্ৰকল্পৰ অধীনত কেন্দ্ৰীয় চৰকাৰৰ বন আৰু পৰিৱেশ মন্ত্ৰালয় আৰু ৰাজ্য চৰকাৰে কাজিৰঙা কাৰ্বি আংলং হস্তী সংৰক্ষিত বনাঞ্চল জাননী নং এফ আৰ ডব্লিউ/৪৪/২০০২/৬৪ যোগে ২০০৩ চনৰ ১৭ এপ্ৰিলত স্বীকৃতি

প্ৰদান কৰি কাজিৰঙা-কাৰ্বি আংলং হস্তী সংৰক্ষিত এলেকা ৰূপে নামকৰণ কৰে।

উল্লেখনীয় যে কাজিৰঙা কাৰ্বি আংলঙৰ জীৱ-জন্তুবোৰৰ বাসভূমি কাৰ্বি আংলঙৰ অংশত যথেষ্ট সংখ্যক ঢেঁকীয়াপতীয়া বাঘ, বনছাগলী, ৰাং কুকুৰ আৰু ক'লা ভালুকৰ বিচৰণ ভূমি। কাৰ্বি আংলঙৰ জীৱ-জন্তুৰ বসতিস্থলৰ সংৰক্ষণৰ অবিহনে কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানলৈ এক শূন্যতাহে আহিব। এই কথাটোৰ গুৰুত্ব উপলব্ধি কৰি 'নেচনেল কাউঞ্চিল অব চচাইটিজ্ ফৰ প্ৰিভেনচন ক্ৰুৱেলিটি টু এনিমেলচ চাউথ এচিয়া' নামৰ সংস্থাটোৱে, যিটো সংস্থাৰ পৃষ্ঠপোষক নেলচন মাণ্ডেলা, আৰু ব্ৰিটেইনৰ এনভাৰমেণ্ট ইনভেষ্টিগেচন এজেঞ্চিয়ে প্ৰধান মন্ত্ৰী ড° মনমোহন সিং আৰু কংগ্ৰেছ সভানেত্ৰী ছোনিয়া গান্ধীলৈ পত্ৰ লিখি কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ সমীপত কাৰ্বি আংলঙত আৰু বন্য হস্তীৰ বিচৰণস্থলীত সকলো ধ্বংসাত্মক কাৰ্য বন্ধ কৰিবলৈ অনুৰোধ জনাইছে। এতিয়া আমাৰ সমুখত আহি পৰা প্ৰত্যাহ্বান কাজিৰঙা কাৰ্বি আংলঙৰ জৈৱ-বৈচিত্ৰ্যৰে ভৰপূৰ বন্য জীৱ-জন্তুৰ বিচৰণভূমিক ধ্বংস কৰিবলৈ দিমনে? এই ধ্বংসাত্মক কাৰ্যৰ বিৰুদ্ধে প্ৰতিৰোধ গঢ়ি তুলিব লাগিব। তেহে কাজিৰঙা কাজিৰঙা হৈ থাকিব।

## ঃ পলকতে কাজিৰঙা ঃ

উদ্যান এলেকা —৪২৯.৯৩ বৰ্গ কিলোমিটাৰ

সংযোজিত এলেকা —৪২৯.৪০ বৰ্গ কিলোমিটাৰ

১৯০৫ঃ— প্ৰাৰম্ভিক জাননীযোগে কাজিৰঙা সংৰক্ষিত বনাঞ্চল ঘোষণাৰ প্ৰক্ৰিয়া আৰম্ভ

১৯০৮ঃ— কাজিৰঙা সংৰক্ষিত বনাঞ্চল ঘোষণা (Reserve forest)

১৯১৬ঃ— কাজিৰঙাক প্ৰমোদ অভয়াৰণ্য ঘোষণা। (Game Sanctuary)

১৯৩৮ঃ— কাজিৰঙা দৰ্শনাৰ্থীৰ কাৰণে মুকলি হয়।

১৯৫০ঃ— কাজিৰঙাক বন্যপ্ৰাণী অভয়াৰণ্য ঘোষণা। উক্ত বৰ্ষতে প্ৰথম বাৰৰ বাবে জে জোৱান স্পীলেটৰ তত্বাৱধানত বিজ্ঞানসন্মত আৰু প্ৰণালীবদ্ধ ভাৱে জন্তুৰ জৰীপ কৰা হয়।

১৯৬৮ঃ— বিধান সভাত অসম ৰাষ্ট্ৰীয় উদ্যান ধাৰা (Assam National

park Act, 1968) ১৯৬৮ উত্থাপন কৰা হয়।

১৯৬৯ঃ— প্ৰাৰম্ভিক জাননী যোগে চৰকাৰে কাজিৰঙাক ৰাষ্ট্ৰীয় উদ্যান ঘোষণা কৰাৰ প্ৰস্তুতি ‘আৰম্ভ’ কৰে।

১৯৭৪ঃ— ১৯৭৪ চনৰ ১ জানুৱাৰীত কাজিৰঙাক ৰাষ্ট্ৰীয় উদ্যান ঘোষণা কৰে।

১৯৭৫ঃ— ৱায়াৰলেচৰ দ্বাৰা উদ্যানখনৰ ভিতৰত প্ৰথম বাৰৰ বাবে যোগাযোগ স্থাপন কৰা হয়।

১৯৮৫ঃ— ইউনেস্ক’ৰ দ্বাৰা প্ৰকাশিত বিশ্বৰ ঐতিহ্যমণ্ডিত স্থানসমূহত কাজিৰঙাৰ স্থান লিপিবদ্ধ হয়। উক্ত বৰ্ষতে ভাৰতীয় বন্যপ্ৰাণী বৰ্ডৰ চেয়াৰমেনৰ চেলেঞ্জ ট্ৰফী শ্ৰেষ্ঠ পৰিচালিত ৰাষ্ট্ৰীয় উদ্যান বঁটা লাভ।

১৯৯৮ঃ— অবৈধ কাৰ্যকলাপৰ বিৰুদ্ধে দাণ্ডি ধৰা সমূহীয়া কাৰ্যকলাপৰ বাবে বিশেষ বঁটা লাভ। কাজিৰঙা ষ্টাফ জনকল্যাণ সমিতি গঠন।

২০০০ঃ— ২ লাখ টকাৰ মিলেমিয়াম বঁটা লাভ।

বন সংমণ্ডল ঃ- **ইষ্টাৰ্ন অসম** বন্যপ্ৰাণী সংমণ্ডল,

গোলাঘাট সংমণ্ডল

পূৱ কাৰ্বি আংলং সংমণ্ডল

নগাঁও সংমণ্ডল

নগাঁও দক্ষিণ সংমণ্ডল

জিলা ঃ- গোলাঘাট

কাৰ্বি আংলং

নগাঁও

শোণিতপুৰ

কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান সংযোজিত এলেকা ঃ -

| | তাৰিখ | মাটিকালি (বৰ্গ কিঃমিঃ) |
|---|---|---|
| ১ম সংযোজন | ২৮/০৫/১৯৯৭ (চূড়ান্ত) | ৪৩.৭৯ |
| ২য় সংযোজন | ১০/০৭/১৯৮৫ (প্ৰাৰম্ভিক) | ৬.৪৭ |
| ৩য় সংযোজন | ৩১/০৫/১৯৮৫ (চূড়ান্ত) | ০.৬৯ |
| ৪ৰ্থ সংযোজন | ১৩/০৬/১৯৮৫ (চূড়ান্ত) | ০.৮৯ |

৫ম সংযোজন ১৩/০৬/১৯৮৫ (প্ৰাৰম্ভিক) ১.১৫
৬ষ্ঠ সংযোজন ৭/০৮/১৯৯৯ (চূড়ান্ত) ৩৭৬.৫০

১৯৯৭ চনত উপগ্ৰহৰ পৰা পোৱা চিত্ৰ অনুসৰি কাজিৰঙাৰ মাটিকালিৰ বিৱৰণ—

| | মাটিৰ প্ৰকৃতি | এলেকা(বৰ্গ কিঃমিঃ) | শতাংশ |
|---|---|---|---|
| (১) | কাঠনি | ১১৪.০১ | ২৭.৯৫ |
| (২) | চৰণীয়া স্থান | ১২.৩০ | ৩.০১ |
| (৩) | ওখ ঘাঁহনি | ২৪৮.৮৫ | ৬১.০১ |
| (৪) | বিল | ২৪.৩২ | ৫.৯৬ |
| (৫) | জিয়া ডিফলু | ৩.৯৬ | ০.৯৭ |
| (৬) | মৰা ডিফলু | ২.৮৪ | ০.৭০ |
| (৭) | কালিয়া | ১.৬২ | ০.৪০ |
| | | ৪০৭.৯০ | ১০০.০০ |

(খহনীয়া অঞ্চল বাদ দি)

**কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ জীৱ-জন্তু ঃ**

(ক) এশিঙীয়া গঁড় ১৮৫৫ (২০০৬ চনৰ পিয়ল মতে)
(খ) পূৰ্বদেশীয় সুগড়ী পহু ৪৬৮ (২০০০ চনৰ পিয়ল মতে)
(গ) পূৰ্বদেশীয় বনৰীয়া ম'হ ৪৩১ (২০০০ চনৰ পিয়ল মতে)
(ঘ) বাঘৰ সংখ্যা ৮৬ (২০০০ চনৰ পিয়ল মতে)
(ঙ) হাতীৰ সংখ্যা ১০৪৮ (২০০২ চনৰ পিয়ল মতে)
(চ) ইয়াৰ উপৰি ৩৯ টা প্ৰজাতিৰ স্তন্যপ্ৰায়ী জীৱ। ইয়াৰ কেইটামান প্ৰজাতি বিপন্নপ্ৰায় বুলি ১৯৭২ চনত ডব্লিউ পি এ ই ১ নং সূচীত অন্তৰ্ভুক্ত কৰিছে।
(ছ) ৪৯০ টা প্ৰজাতিৰ চৰাই ইয়াৰে ২৫ টা প্ৰজাতি গোলকীয়ভাৱে বিপদাপন্ন আৰু অন্য ২১ টা প্ৰজাতি প্ৰায় বিপদাপন্ন বুলি চিহ্নিত হৈছে।
(জ) জেঠী, সাপ আৰু কাছজাতীয় প্ৰজাতি

কাজিৰঙা আৰু ইয়াৰ আশে পাশে থকা কিছুমান উল্লেখযোগ্য স্তন্যপায়ী জীৱ-জন্তু —

| নাম | বৈজ্ঞানিক নাম |
|---|---|
| (১) চাইনীজ পেংগুলিন | *Manis pentadactyla* |
| (২) ইণ্ডিয়ান ফ্লাই ফক্স | *Giganteus pteropus* |
| (৩) লাজুকী বান্দৰ | *Nycticebus coucang* |
| (৪) আচামীজ মেকেক' | *Macaca assamensis* |
| (৫) ৰিচাচ মেকেক' | *Macaca mulalta* |
| (৬) কেপট্ লেংগুৰ | *Presbytis pileatus* |
| (৭) হলক গিবন | *Hylobates hoolock* |
| (৮) গল্ডেন জেকেল, এচিয়া জেকেল | Caniasureus |
| (৯) শ্লথ বিয়েৰ | *Ursus ursinus* |
| (১০) হ'গ বেডজাৰ | *Arctonyx callaris* |
| (১১) কমন বা ইউৰেচিয়ান অটাৰ | *Lutm lutra* |
| (১২) স্মুথ ইণ্ডিয়ান অটাৰ | *Lutrogate perspicllate* |
| (১৩) জাংগল কেট | *Felis Chaus* |
| (১৪) লিওপাৰ্ড কেট | *Felis bengalensis* |
| (১৫) ফিচিং কেট | *Felis viverrinus* |
| (১৬) লিওপাৰ্ড পেন্থাৰ | *Panthera Pardus* |
| (১৭) ৰয়েল বেঙ্গল টাইগাৰ | *Panthera Tigris* |
| (১৮) গেংগেটিক ডলফিন, শিহু | *Platanista gangetica* |
| (১৯) এচিয়ান এলিফেণ্ট | *Elephas maximus* |
| (২০) এশিঙীয়া গঁড় | *Rhinoceras uniconrnis* |
| (২১) ৱাইল্ড পিগ | Sus scrofa |
| (২২) স্বাম্পা ডিয়েৰ, বাৰাচিংঘ | *Cervus duvauceli* |
| (২৩) চম্বৰ | *Cervus unicolor* |
| (২৪) হগ ডিয়েৰ | *Axis porcinus* |
| (২৫) ইণ্ডিয়ান মুণ্টজেক, বাৰ্কি ডিয়েৰ | *Muntiacus muntjak* |
| (২৬) গৌৰ, ইণ্ডিয়ান বায়চন | *Bos gaurus* |
| (২৭) ৱাইল্ড ৱাটাৰ বাফেল' | *Bubalus arnee* |
| (২৮) ব্ৰেক জায়েণ্ট স্কুইৰেল | *Ratufa bicolar* |
| (২৯) পাৰ্টিকালাৰ্ড ফ্লাইং স্কুইৰেল | *Hylopetes alboniger* |
| (৩০) চাইনিজ পাৰ্কুপাইন | *Hystrix brachyura* |

(৩১) ৰ'ফাচ টেইল হেয়াৰ *Lepus nigricollis ruficaudatus*

**ৰাষ্ট্ৰীয় উদ্যানৰ সমীপৱৰ্তী এলেকাত পোৱা কিছুমান প্ৰজাতি -**

(১) পিগ টেইলড মেকেক *Macaca memestrina*
(২) স্লাম্প টেইলড মেকক *Macaca arrtoides*
(৩) হিমালয়ান ব্লেক বিয়েৰ *Ursus thibetanus*
(৪) বিণ্টুৰং *Artictis binturing*
(৫) মাৰব্লেক কেট *Felis marmorate*
(৬) চেৰ' *Capricornis Sumatranis in bagser*
(৭) হয়েৰী বেম্বৰেট *Rhizomys pruinosus*
(৮) হে বেম্বৰেট, লেচাৰ বেম্ব ৰেট *Cannomys badius*

**কাজিৰঙাত চোৰাং চিকাৰীয়ে গঁড় নিধন কৰা এক তালিকা**

| | | |
|---|---|---|
| ১৯৯৭ | চনত— | ১২ টা গঁড় |
| ১৯৯৮ | চনত— | ০৮ টা গঁড় |
| ১৯৯৯ | চনত— | ০৪ টা গঁড় |
| ২০০০ | চনত— | ০৪ টা গঁড় |
| ২০০১ | চনত— | ০৮ টা গঁড় |
| ২০০২ | চনত— | ০৪ টা গঁড় |
| ২০০৩ | চনত— | ০৩ টা গঁড় |
| ২০০৪ | চনত— | ০৪ টা গঁড় |
| ২০০৫ | চনত— | ০৭ টা গঁড় |
| ২০০৬ | চনত— | ০৫ টা গঁড় |
| ২০০৭ | চন (নৱেম্বৰলৈকে)— | ১৬ টা গঁড় |

বিগত বৰ্ষত কাজিৰঙালৈ অহা দেশী আৰু বিদেশী পৰ্যটকৰ পৰিমাণ আৰু ৰাজহ প্ৰাপ্যৰ তালিকা—

| বৰ্ষ | পৰ্যটক (দেশী) | পৰ্যটক (বিদেশী) | ৰাজহ |
|---|---|---|---|
| ১৯৯৭-১৯৯৮ | ১৭.১১৭ গৰাকী | ২,৪০৮ গৰাকী | ২১,৯৭,০৬৮ টকা |
| ১৯৯৮-১৯৯৯ | ১৮.১৫৭ গৰাকী | ১,০৯১ গৰাকী | ১৮,০২,৮৫৬ টকা |
| ১৯৯৯-২০০০ | ৩৭,৬৯৬ গৰাকী | ১,৬২৩ গৰাকী | ২১,৯৭,০৬৮ টকা |

| | | | |
|---|---|---|---|
| ২০০০-২০০১ | ৫০,৪৯৮ গৰাকী | ১,৮৩৮ গৰাকী | ৩০,৩৮,২৫৮ টকা |
| ২০০১-২০০২ | ৪৪,১৬২ গৰাকী | ২,১৪৪ গৰাকী | ৩৪,৯৪,০৮৪ টকা |
| ২০০২-২০০৩ | ৫৯,৮১১ গৰাকী | ২,০৫৫ গৰাকী | ৫৩,৬০,৪২৫ টকা |
| ২০০৩-২০০৪ | ৫৯,৮৬৪ গৰাকী | ৩,৭৭৩ গৰাকী | ৬১,৩৮,৬৫৭ টকা |
| ২০০৪-২০০৫ | ৬৭,৭১৯ গৰাকী | ৫,১৫৪ গৰাকী | ৬৬,১২,৫০৮ টকা |
| ২০০৫-২০০৬ | ৭৭,০৫৭৯ গৰাকী | ৪,৭১১ গৰাকী | ৭৪,১৫,১৬৯ টকা |
| ২০০৬-২০০৭ | ৬৭,৯৬৮ গৰাকী | ৫,৭৪৮ গৰাকী | ৭৯,৮০,৯৪৯ টকা |

## ৰাষ্ট্ৰীয় উদ্যানত গঁড়ৰ বাসোপযোগী এলেকা

| | গুণাগুণ | এলেকা (বৰ্গ কিঃমিঃ) | শতাংশ (%) |
|---|---|---|---|
| (১) | উত্তম | ২১.৮৩ | ৫.৩৫ |
| (২) | উপযোগী | ৮৪.৭৫ | ২০.৭৮ |
| (৩) | সাধাৰণ | ১১০.৬৫ | ২৭.১৩ |
| (৪) | প্ৰায় সাধাৰণ | ৪৮০.০৭ | ১৯.৬৩ |
| (৫) | প্ৰায় অনুপযোগী | ১০৪.২৬ | ২৫.৫৬ |
| (৬) | অনুপযোগী | ৬.৩৪ | ১.৫৫ |
| | মুঠ | ৪০৭.৯০ | ১০০ ০০ |



# বৰ্ণিহাটৰ বন মহাবিদ্যালয়

গুৱাহাটী মহানগৰৰ পৰা প্ৰায় ১৬ কিঃ মিঃ দূৰত্বৰ বৰ্ণিহাটত থকা 'ষ্টেট ফ'ৰেষ্ট চাৰ্ভিছ্ কলেজ কাম ৰিচাৰ্ছ চেণ্টাৰ'টি সৰ্বভাৰতীয় পৰ্যায়ত প্ৰতিষ্ঠিত হৈছিল যদিও কেন্দ্ৰীয় চৰকাৰে বৰ্তমান বন্ধ কৰি 'ফৰেষ্ট ৰেঞ্জাৰ ট্ৰেইনিং কলেজ' হিচাপেহে স্বীকৃতি প্ৰদান কৰিছে। প্ৰাকৃতিক সৌন্দৰ্যৰে মনোমোহা সকলো ব্যৱস্থা থকা সুন্দৰ ভৱনটোৰ সহিতে বন বিদ্যালয়খন কেন্দ্ৰ চৰকাৰৰ অৱহেলাত বৰ্তমান এৰাবাৰীত পৰিণত হৈছে। উত্তৰ পূৰ্বাঞ্চলৰ সৰ্বভাৰতীয় পৰ্যায়ৰ বন বিদ্যালয় প্ৰতিষ্ঠাৰ মূল কাৰণ আছিল বৃহৎ অঞ্চলটোত বিভিন্ন শ্ৰেণীৰ উদ্ভিদ পোৱা গৈছিল। উত্তৰ-পূৰ্বাঞ্চলত পৃথিৱীত পোৱা প্ৰায় সকলো শ্ৰেণীৰ বনভূমিয়েই বিদ্যমান। উদাহৰণ স্বৰূপে অৰুণাচল প্ৰদেশৰ বৰফাবৃত সুউচ্চ শৃঙ্গত পোৱা কাৰ কণিকাৰ, বনভূমিৰ পৰা আৰম্ভ কৰি সমভূমি অঞ্চলৰ তৰাই অঞ্চল, ভাবৰ অঞ্চল, গুৱাহাটী দ্বীপৰ বিলৰ নিচিনা জলাহ অঞ্চললৈকে সকলোবোৰ বিচিত্ৰ বনভূমিয়েই উত্তৰ পূৰ্বাঞ্চলত আছে। সেয়ে বন মহাবিদ্যালয়ত অধ্যয়ন কৰা যিকোনো ঠাইৰ শিক্ষাৰ্থীয়ে বিচিত্ৰ বনভূমিৰ ওপৰত অধ্যয়ন কৰিবলৈ বা গৱেষণা কৰিবলৈ উত্তৰ-পূৰ্বাঞ্চলৰ বাহিৰলৈ যোৱাৰ দৰকাৰ নহয়। দেখা যায় যে পৰিবেশ অনুসৰি ... মোযোৱাকৈ হৈছিল। জৈৱ-বৈচিত্ৰ্যৰ ফালৰ পৰাও উত্তৰ-পূৰ্বাঞ্চল পৃথিৱীৰ যিকোনো ঠাইৰ তুলনাত অতুলনীয়। কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানত যেনেকৈ বিশ্বৰ প্ৰাচীনতম প্ৰাণী এশিঙীয়া গঁড় বিদ্যমান ঠিক তেনেকৈ অৰুণাচলৰ তুষাৰ অঞ্চলত কস্তুৰী মৃগ আদি বন্যপ্ৰাণী পোৱা যায়। ভাৰতৰ বৰ্তমান চিনাক্ত কৰা ১৪ হেজাৰ সপুষ্পক উদ্ভিদৰ প্ৰায় ৭ হেজাৰ ৫০০ উদ্ভিদ উত্তৰ-পূৰ্বাঞ্চলতে পোৱা যায়। জৈৱ-বৈচিত্ৰ্যৰে পৰিপূৰ্ণ উত্তৰ-পূৰ্বাঞ্চলত এখন বন মহাবিদ্যালয় প্ৰতিষ্ঠা কৰিবলৈ বিশিষ্ট ৰাজনীতিবিদ দেৱকান্ত বৰুৱাই চলোৱা প্ৰচেষ্টাৰ বাবে ভাৰতৰ সেই সময়ৰ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে মহাবিদ্যালয়খন খুলিবলৈ অনুমতি দিছিল। ১৯৭৬ চনত বৰ্ণিহাটৰ ৰাষ্ট্ৰীয় ঘাইপথৰ অসমৰ ফালে থকা অংশত জল গৱেষণা কেন্দ্ৰৰ এটা পৰিত্যক্ত ভৱনত এই সৰ্বভাৰতীয় প্ৰতিষ্ঠানটো আৰম্ভ হৈছিল। আনহাতে ৰাষ্ট্ৰীয় ঘাইপথৰ মেঘালয় অংশত থকা কিছু আৱাস গৃহত এই প্ৰতিষ্ঠানটোৰ বিষয়ববীয়া, কৰ্মচাৰী আৰু প্ৰশিক্ষাৰ্থী থকাৰ অস্থায়ী ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। এই চালুকীয়া অৱস্থাতেই ভাৰতবৰ্ষৰ প্ৰায় সকলো প্ৰদেশৰ পৰা বন বিভাগত খালী হৈ থকা সহকাৰী বন সংৰক্ষক (এ চি এফ) পৰ্যায়ৰ বিষয়াক এই প্ৰতিষ্ঠানটোত প্ৰশিক্ষণ দিয়া হৈছিল।

সেই সময়ত প্ৰথম প্ৰতিষ্ঠাপক অধ্যক্ষ হেমকান্ত বৈশ্যৰ সবল নেতৃত্বত প্ৰতিষ্ঠানটো ক্ৰমান্বয়ে ঠন ধৰি উঠিবলৈ ধৰে। দুটা বৃহৎ মিউজিয়াম, প্ৰায় ১০ হেজাৰ বন্য উদ্ভিদ তথা প্ৰাণীৰ মূল্যৱান কিতাপৰ দুটা পুথিভঁৰাল, প্ৰেক্ষাগৃহ, পাঠদান গেলাৰীকে ধৰি উদ্ভিদ চিনাক্ত কৰিবৰ বাবে হাৰহেৰিয়ালচিত এই মহাবিদ্যালয়ত আছে। এনে উন্নত মানৰ সৰ্বভাৰতীয় প্ৰতিষ্ঠানখন ১৯৯২ চনত কিয় অকালতে মৃত্যু হ'ব লগা হ'ল তাৰ উত্তৰ কোনেও দিব নোৱাৰিলে। যি সময়ত অৰ্থাৎ ১৯৭৬ চনত বন মহাবিদ্যালয়খন প্ৰতিষ্ঠা হৈছিল আৰু সেই সময়ত এ চি এফ পৰ্যায়ৰ বিষয়াৰ প্ৰশিক্ষণৰ মহাবিদ্যালয়ৰ ভাৰতবৰ্ষত কেৱল বৰ্ণিহাটহে আছিল। ডেৰাডুনত যিখন বন মহাবিদ্যালয় সেই সময়ত আছিল তাত কেৱল ভাৰতীয় বন সেৱাৰ (আই এফ এছ) প্ৰশিক্ষাৰ্থীক প্ৰশিক্ষণ দিয়া হৈছিল। উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যসমূহৰ দুৰ্বল নেতৃত্বৰ সুযোগ লৈ কেন্দ্ৰীয় চৰকাৰে ক্ৰমান্বয়ে দক্ষিণ ভাৰতৰ কুৱামবাতু আৰু ডেৰাডুনত বন মহাবিদ্যালয় স্থাপন কৰিলে। এখন বন প্ৰশিক্ষণ (ৰাজ্যিক পৰ্যায়ৰ) মহাবিদ্যালয় প্ৰতিষ্ঠা হোৱাৰ পিছত কেন্দ্ৰীয় চৰকাৰে বৰ্ণিহাটৰ বন প্ৰশিক্ষণ মহাবিদ্যালয়ক অৱহেলা কৰি ১৯৯২ চনত বন্ধ কৰি পেলালে। পিছত কণা হাঁহক পতান দিয়াৰ দৰে এই বন মহাবিদ্যালয়খনতে কেন্দ্ৰই এখন ফৰেষ্ট ৰেঞ্জাৰ ট্ৰেইনিং কলেজ প্ৰতিষ্ঠা কৰে। এই ৰেঞ্জাৰ কলেজখনো কেইবছৰমান চলাৰ পিছত ২০০২ চনৰ জানুৱাৰীত প্ৰশিক্ষণ বন্ধ কৰে। ইপিনে ১৯৮৮ চনৰ পৰা অসমৰ পৰা আজিলৈকে কোনো ধৰণৰ সহকাৰী বন সংৰক্ষক পৰ্যায়ৰ বিষয়া বাছনি হোৱা নাই আৰু প্ৰশিক্ষণ দি অসমৰ বন বিভাগত মকৰল হোৱা নাই। অদূৰ ভৱিষ্যতে অসমৰ বন বিভাগত থলুৱা বিষয়াৰ এক শূন্যতা বিৰাজ কৰিব বুলি আশংকা কৰিব পাৰি। ১৯৮০ চনৰ ৯ ডিচেম্বৰত অসমৰ একমাত্ৰ বনৰক্ষী প্ৰশিক্ষণ বিদ্যালয় তিনিচুকীয়া জিলাৰ ৩৮ নং ৰাষ্ট্ৰীয় পথৰ কাষৰ মাকুমত স্থাপন হয়। বনৰক্ষী বিদ্যালয়খনত বনৰক্ষীসকলক ছমহীয়া প্ৰশিক্ষণ দিয়া হয়। প্ৰশিক্ষণত বন বিভাগৰ বিভিন্ন বিষয়ৰ পাঠদানৰ লগতে উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্যলৈ প্ৰেৰণ কৰি ক্ষেত্ৰ ভিত্তিত প্ৰশিক্ষণ প্ৰদান কৰা হয়। কিন্তু ৰাজ্য চৰকাৰৰ গুৰুত্বহীনতাৰ বাবে আজি বিদ্যালয়খন এশ-এবুৰি সমস্যাৰে ভাৰাক্ৰান্ত হৈ পৰিছে।

*দৈনিক জনমভূমি*

*৮ জুলাই, ২০০২*

# ডেৰাডুনৰ বন গৱেষণা প্ৰতিষ্ঠান

গিৰিৰাজ হিমালয়ৰ গাৰোৱাল পাহাৰৰ পাদদেশৰ ডোন উপত্যকাত, ৰাজধানী দিল্লীৰ পৰা ২৫০ কিল'মিটাৰ দূৰত ডেৰাডুন বন গৱেষণা প্ৰতিষ্ঠান অৱস্থিত। সমুদ্ৰপৃষ্ঠৰ পৰা ৬৯০ মিটাৰ উচ্চতাৰ ডেৰাডুনৰ উষ্ণতা ৮৯° ছেলছিয়াছ আৰু নিম্নতম ৮° ছেলছিয়াছ। ইয়াৰ জলবায়ু নাতিশীতোষ্ণ। পাহাৰৰ ৰাণী হিচাপে জনাজাত মচৌৰী ইয়াৰ পৰা ৩২ কিল'মিটাৰৰ দূৰত্বত অৱস্থিত। ডেৰাডুন চহৰৰ পৰা ৫ কিল'মিটাৰৰ দূৰত্বত অৱস্থিত ডেৰাডুনৰ বন গৱেষণা প্ৰতিষ্ঠানখন ১৯০৬ চনত বৃটিছ শাসন কালতে ইম্পিৰিয়েল ফৰেষ্ট ৰিছাৰ্চ ইনষ্টিটিউট নামেৰে প্ৰতিষ্ঠিত হৈছিল। সেইসময়ত এই প্ৰতিষ্ঠানখনৰ মুখ্য উদ্দেশ্য আছিল বন গৱেষণা আৰু বন বিষয়া কৰ্মচাৰীসকলক প্ৰশিক্ষণ দিয়া। ব্ৰিটিছৰ শাসনকালত এই গৱেষণা কেন্দ্ৰৰ পৰিষৰ কেৱল ভাৰততে সীমাবদ্ধ নাৰাখি সমগ্ৰ ভাৰতীয় উপমহাদেশক সামৰি লৈছিল। এই বন গৱেষণা প্ৰতিষ্ঠানে বনাঞ্চল, মূল ভৱন, গৱেষণাৰ বিত্তীয় বিভাগৰ ভৱন প্ৰতিষ্ঠান, গৱেষণা ক্ষেত্ৰ, প্ৰশিক্ষণৰ আনুষংগিক সা-সুবিধা, বাসগৃহকে ধৰি ৫০০ হেক্টৰ এলেকা আগুৰি আছে। বন গৱেষণা কেন্দ্ৰৰ মূল আকৰ্ষণ হ'ল ১৯২৯ চনত ব্ৰিটিছে নিৰ্মাণ কৰি যোৱা বিশাল ভৱনটো। ভৱনটো গ্ৰীক, ৰোমান আৰু ব্ৰিটিছ স্থাপত্যৰ আৰ্হিত সজা হৈছিল। উল্লেখযোগ্য যে দুই লাখ পঞ্চাছ হাজাৰ বৰ্গফুট ভেটিৰ ওপৰত নিৰ্মিত বৃহৎ দুমহলীয়া ভৱনটো লো ব্যৱহাৰ নকৰি ইটাৰে সজা হৈছে। ভৱনটোৰ বেৰত টিন লগাই টিনৰ ওপৰত কাঠৰ তক্তা লগাই পানী বা বৰষুণ পৰিলে বেয়া নহ'বৰ বাবে কাঠৰ ট্ৰিটমেণ্ট ৰখা হৈছে। ভৱনটোৰ নিৰ্মাণৰ দায়িত্ব আছিল বৰ্তমানৰ বিশিষ্ট লেখক খুছৱন্ত সিঙৰ পিতৃ ছাৰ শোভা সিং। ভৱনটো বন গৱেষণা কেন্দ্ৰৰ সঞ্চালকৰ কাৰ্যালয়কে ধৰি প্ৰশাসনিক কাম-কাজ, পৰীক্ষাগাৰ আৰু উদ্ভিদ বিদ্যাৰ বিভিন্ন বিভাগৰ ছটা বৃহৎ মিউজিয়াম আছে। সেই মিউজিয়ামসমূহ চাবলৈ বিশ্বৰ বিভিন্ন প্ৰান্তৰ পৰা বহু লোক আহে।

১৯৮৮ চনত এই বন গৱেষণা প্ৰতিষ্ঠানটো গৱেষণা আৰু প্ৰশিক্ষণক

দুটা স্বতন্ত্ৰ গোটত ভাগ কৰা হয়। গৱেষণা গোটক ইণ্ডিয়ান কাউন্সিল অৱ ফৰেষ্ট ৰিছাৰ্চ অণ্ড এডুকেশ্যনৰ (ICFRE) অধীনত ভাৰত চৰকাৰৰ পৰিৱেশ আৰু বন মন্ত্ৰালয়ৰ অধীনলৈ নিয়া হয়। ইণ্ডিয়ান অৰিজিন অৱ ফৰেষ্ট্ৰি ৰিছাৰ্চ এণ্ড এডুকেশ্যন গোটটোক বিশেষকৈ ভাৰতবৰ্ষৰ বন গৱেষণা আৰু বন শিক্ষাৰ চোৱা-মেলাত দায়িত্ব ন্যস্ত কৰা হয়। প্ৰশিক্ষণ শাখাটো বেলেগে ৰাখি বৰ্তমান 'ইন্দিৰা গান্ধী জাতীয় বন একাডেমি' নামকৰণেৰে ইয়াত বন বিষয়া আৰু কৰ্মচাৰীসকলক প্ৰশিক্ষণ দিয়া হয়।

**বন গৱেষণা প্ৰতিষ্ঠানটোৰ কৰ্মৰাজি হ'ল ঃ**

**(১) বন গৱেষণা ঃ** বনৰ কাৰিকৰী দিশসমূহৰ উদ্ভাৱন, বনজ সম্পদৰ উৎপাদন বৃদ্ধি, পুলি বাগানৰ উৎপাদন বৃদ্ধি সংক্ৰান্তীয় গৱেষণা, পতিত মাটি পুনৰ উৎপাদক্ষম কৰা, কাঠ আৰু আন আন বনজ সম্পদসমূহৰ ব্যৱসায়িক দিশ আৰু কাৰ্যক্ষমতা বৃদ্ধি কৰা, বনজ সম্পদৰ পৰা পৰিৱেশ বিনষ্ট নোহোৱা প্ৰয়োজনীয় বস্তু উৎপাদন কৰা আদিয়েই প্ৰধান।

**(২) গৱেষণাৰ বিভাগসমূহ ঃ** উদ্ভিদ বিদ্যা, ছেলুলজ আৰু কাগজ ৰসায়ন বিজ্ঞান আৰু বনজ সম্পদ প্ৰসাৰণ, পাৰিপাৰ্শ্বিকতা আৰু পৰিৱেশ, বনৰ কীট-পতংগৰ গৱেষণা, গছ-গছনিৰ ৰোগ সম্পৰ্কীয়, বনজ সম্পদ, বনভূমি আৰু মাটি পুনৰ উৎপাদনক্ষম কৰা, গছৰ বংশ বৃদ্ধি আৰু বংশানুক্ৰম, কাঠবিহীন বনজ সম্পদ,বনজ সম্পদৰ জৰীপ আৰু পৰিচালনা, ছিলভিকালচাৰ (Silviculture) আদি।

**(৩) বৈজ্ঞানিক সেৱা মিউজিয়াম ঃ** বন গৱেষণা প্ৰতিষ্ঠানত হৰবেৰিয়ামৰ তিনি লাখ ত্ৰিশ হাজাৰ জাইলেৰিয়ামৰ বিছ হাজাৰ কাঠৰ নমুনা আছে, এনাটমলজিকেল তেইছ হাজাৰবিধ বনজ কীট-পতংগৰ নমুনা সংগ্ৰহ আছে, বন ভেকুঁৰৰ (forest fungi) এহেজাৰবিধ সংগ্ৰহ আছে, তদুপৰি আছে ৮০ বিধ গছৰ বীজ পৰীক্ষা কৰা, ৪০০ বিধ গছৰ বংশবৃদ্ধিৰ বৈজ্ঞানিক বিশ্লেষণ, ৭৬ বিধ গছৰ কাঠ উৎপাদনৰ পৰিমাণ, ১০০ বিধ ঔষধি আৰু সুগন্ধি গছৰ জাৰ্মপ্লাজম (Germplasm) সংগ্ৰহ, আৰবৰেটাম (Arboretum) বেমবুছিটাম (Bambusetum), উদ্ভিদ বাগিচা (Botanical garden) আদি। ইয়াৰ অন্যান্য বৈশিষ্ট্য বনজ সম্পদৰ ভিত্তিত প্ৰতিষ্ঠিত উদ্যোগ সংক্ৰান্তীয় আলোচনা আৰু প্ৰশিক্ষণ, বনজ সম্পদৰ ভিত্তিত প্ৰতিষ্ঠান উদ্যোগৰ

প্ৰক্ৰিয়া আৰু কাৰিকৰী দিশ, কাঠ আৰু কাঠৰ সামগ্ৰী পৰীক্ষা, মান বিচাৰ আৰু পৰীক্ষণ, কাঠৰ চিনাক্তকৰণ আৰু পৰীক্ষণ।

**(৪) প্ৰশিক্ষণ আৰু সম্প্ৰসাৰণ ঃ** শেহতীয়া কাৰিকৰী জ্ঞান হস্তান্তৰ কৰাৰ বাবে প্ৰশিক্ষণ আৰু সম্প্ৰসাৰণৰ ব্যৱস্থা এই গৱেষণা প্ৰতিষ্ঠানটোত আছে। প্ৰশিক্ষণ আৰু সম্প্ৰসাৰণৰ বাবে এই প্ৰতিষ্ঠানত বন বিষয়া, ক্ষেত্ৰ কৰ্মচাৰী আৰু বনজ সম্পদৰ ভিত্তিত প্ৰতিষ্ঠিত উদ্যোগত নিয়োজিত কৰ্মচাৰীসকলৰ হ্ৰস্বম্যাদী প্ৰশিক্ষণ ব্যৱস্থা আছে। ইয়াৰ বাবে এই প্ৰতিষ্ঠানত প্ৰতিটো বিভাগৰে অতি উন্নত মানৰ পৰীক্ষাগাৰ, গ্ৰন্থাগাৰ, হাৰবেৰিয়াম, আৰবৰেটাম, ছপাশাল, পৰীক্ষণ পথাৰ (Experimental Field area), মিউজিয়াম আদিৰ ব্যৱস্থা আছে। তলত উল্লেখ কৰা বিষয়সমূহৰ ক্ষেত্ৰত বন গৱেষণা সংস্থাত হ্ৰস্বম্যাদী প্ৰশিক্ষণৰ ব্যৱস্থা আছে। এই ব্যৱস্থাসমূহ হ'ল— গছৰ গুটিৰ কাৰিকৰী জ্ঞান আৰু পৰিচালনা, আধাৰপাত্ৰত পুলি উৎপাদনৰ কাৰিকৰী জ্ঞান, বন হাৰবেৰিয়াম আৰু আৰবৰেটামৰ পৰিচালনা, জৈৱিক সাৰৰ বিষয়ে প্ৰশিক্ষণ, বাগিচা প্ৰতিষ্ঠানৰ বাবে প্ৰয়োজন হোৱা উচ্চমানৰ যাৱতীয় পুলি আদি, অনুৎপাদিত ভূমিত বাগিচা স্থাপনৰ কাৰিকৰী জ্ঞানৰ প্ৰশিক্ষণ, খনিজ অঞ্চলত প্ৰকৃতিৰ ভাৰসাম্য ৰক্ষাৰ জ্ঞান, জৈৱ-বৈচিত্ৰ্য সংৰক্ষণ, বৈজ্ঞানিক ভিত্তিত গছ কটা আৰু আহৰণৰ প্ৰশিক্ষণ, কাগজ উৎপাদন পদ্ধতিৰ বৈজ্ঞানিক প্ৰশিক্ষণ, প্লাইউড উৎপাদন, কাঠ সংৰক্ষণৰ জ্ঞান, ভাতা পৰিচালনা প্ৰশিক্ষণ(Kiln operation), কাঠৰ শ্ৰেণী বিভাগ আৰু গুণাগুণ, কাঠ আৰু বাঁহৰ কাৰিকৰী ব্যৱহাৰ, কাঠৰ কাৰিকৰী জ্ঞান, কাঠৰ পথাৰ চিনাক্তকৰণ, কাঠৰ ৰেজিন (Resin) আহৰণ পদ্ধতি, কীট-পতংগৰ আক্ৰমণৰ পৰা কাঠ ৰক্ষা কৰাৰ প্ৰশিক্ষণ, ফান্দত পৰা গছৰ আহৰণ পদ্ধতি (Trap Tree Operation)।

ইন্দিৰা গান্ধী জাতীয় বন একাডেমি নামৰ প্ৰশিক্ষণ শাখাটোত ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ পৰা অহা আই.এফ.এছ. পৰ্যায়ৰ বিষয়াক প্ৰশিক্ষণ দিয়া হয়। বন গৱেষণা সংস্থাক ১৯৯১ চনত ডীম বিশ্ববিদ্যালয় পৰ্যায়লৈ উন্নীত কৰি বন শিক্ষাৰ বাবে ব্যৱস্থা কৰা হৈছে। এই ডীম বিশ্ববিদ্যালয়ত দুবছৰীয়া পাঠ্যক্ৰমৰ এম.এছ.ছি. ফৰেষ্ট্ৰি আৰু প'ষ্ট গ্ৰেজুৱেটৰ এবছৰীয়া ডিপ্ল'মা পাঠ্যক্ৰমৰ ব্যৱস্থা আছে। এই বিভাগসমূহত ভৰ্তি হ'বৰ বাবে সৰ্বভাৰতীয় বাছনি পৰীক্ষাৰ যোগেদি বন সংক্ৰান্তীয় বিষয়ত গৱেষণা কৰি পি.এইচ.ডি. ডিগ্ৰী প্ৰদানৰ ব্যৱস্থা আছে।

শিক্ষাৰ্থীসকলৰ বাবে ছাত্ৰাবাস, ছাত্ৰী-নিবাস, গ্ৰন্থাগাৰ, কম্পিউটাৰ, পৰীক্ষাগাৰ, খেলপথাৰ, চিকিৎসা সেৱা আদিৰ ব্যৱস্থা বন গৱেষণা প্ৰতিষ্ঠানৰ চৌহদতে আছে। বিশ্বৰ বিভিন্ন প্ৰান্তৰ পৰা ছাত্ৰ-ছাত্ৰী তথা বিজ্ঞানীসকল ইয়ালৈ শিক্ষা আৰু গৱেষণাৰ বাবে আহে। বন গৱেষণা প্ৰতিষ্ঠানে উদ্ভিদ জগতৰ বিভিন্ন গছ-গছনিৰ প্ৰজাতিৰ বিষয়ে গৱেষণা চলাই তথ্য সম্বলিত বহু মূল্যৱান গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে। মুঠতে ভাৰতবৰ্ষৰ উত্তৰাঞ্চলৰ ডেৰাডুনত বন গৱেষণা কেন্দ্ৰ বিশ্বৰ ভিতৰতে এখন উল্লেখযোগ্য বন গৱেষণা প্ৰতিষ্ঠান। উদ্ভিদ জগতৰ প্ৰতি আগ্ৰহী ব্যক্তিয়ে এই প্ৰতিষ্ঠানখন চাবলৈ গ'লে বহু ন-ন তথ্যৰ সন্ধেদ পাব।

*প্ৰান্তিক*

*১ - ১৫ ডিচেম্বৰ ২০০২*

# হিমালয়ৰ ৰহস্যৰ সন্ধানত

হিমালয় পৰ্বতত জিলিকি থকা ৰহস্যঘন চূড়াই কবি, সাহিত্যিক, দাৰ্শনিক, চিত্ৰশিল্পী, পৰ্বত আৰোহী আদিক অহৰহ হাত বাউল দি আকৰ্ষিত কৰি আহিছে। হিমালয়ৰ গোমুখৰ পৰা প্ৰবাহিত হোৱা গংগা গংগোত্ৰীৰ পৰা গংগা সাগৰলৈকে অতিক্ৰম কৰা অঞ্চলটোৰ কাষে কাষে স্থাপিত হৈ আছে বহু মঠ-মন্দিৰ, যি বিশ্বৰ কোনো অঞ্চলত পাবলৈ নাই।

হিমালয়ৰ সুউচ্চ চূড়াবিলাকক প্ৰাচীন পুথি-পাঁজি বিলাকত 'দেৱভূমি' বা দেৱতাসকলৰ বাসস্থান হিচাপে বৰ্ণনা কৰা আছে। দেৱতাসকলৰ বাসস্থানলৈ যোৱা দ্বাৰ হিচাপে হিমালয় পাদদেশত অৱস্থিত পৱিত্ৰ তীৰ্থস্থান হৰিদ্বাৰ। দাৰ্শনিক শঙ্কৰাচাৰ্যই অষ্টম শতিকাত বিস্তৃতভাৱে হিমালয় অঞ্চলত তীৰ্থযাত্ৰা কৰি বিভিন্ন স্থানত প্ৰতিষ্ঠা কৰা তীৰ্থক্ষেত্ৰসমূহ সমগ্ৰ বিশ্বৰ হিন্দু ধৰ্মাৱলম্বী লোকৰ মুখ্য তীৰ্থস্থানৰূপে গণ্য হৈ আহিছে যাৰ বিস্তৃতি নেপাল আৰু তিব্বতলৈ বিয়পি পৰিছে। উক্ত অঞ্চলতে প্ৰস্তৰ যুগৰ কিছুমান সামগ্ৰী উদ্ধাৰ কৰা হৈছে। ভাৰতবাসী হিমালয়ৰ মুখ্য অঞ্চলৰ লগত জড়িত হ'বলৈ পাই আজি গৌৰৱান্বিত। ইয়াত বাস কৰিছে বিভিন্ন জাতিৰ, বিভিন্ন ধৰ্মৰ আৰু বিভিন্ন ভাষা-ভাষী লোকে। য'ত আছে অকল্পনীয়ভাৱে জৈৱ বৈচিত্ৰ্যৰে ভৰপূৰ বনাঞ্চলৰে চালে চকুৰোৱা প্ৰাকৃতিক মনোৰম দৃশ্য। হিমালয় পৰ্বতমালাৰ বিস্তৃতি ২৫০০ কিঃ মিঃ, যাৰ উচ্চতা কাশ্মীৰৰ নানগা পৰ্বতত ৮১২৫ মিটাৰৰ পৰা তিব্বতৰ ৭৭৬৫ মিটাৰ উচ্চতাৰ নামচা বাৰৱা শিখৰলৈকে। পৰ্বত শৃঙ্গটোৱে কাৰকোৰাম আৰু হিন্দুকুশ পৰ্বতকো সংযোগ কৰিছে। হিমালয়ত বিশ্বৰ ১৪ টা ওখ শৃংগ আছে যাৰ মাজত বিশ্বৰ ভিতৰত আটাইতকৈ ওখ শৃংগ মাউণ্ট এভাৰেষ্ট, যাৰ উচ্চতা ৮৮৪৮ মিটাৰ। ভাৰতৰ ভিতৰত পৰা ওখ শৃংগ কাঞ্চনজংঘাৰ উচ্চতা ৮৫৯৮ মিটাৰ। অকল সেইয়াই নহয়, হিমালয় পৰ্বতমালাত ৭০০০ মিটাৰতকৈ ওখ ৭৫ টা আৰু আৰু ৬০০০ মিটাৰতকৈ ওখ ১১৪ টা শৃংগ আছে। হিমালয়ৰ সুউচ্চ শৃংগবোৰৰ পৰা ভাৰতীয় উপমহাদেশলৈ কেইবাখনো উল্লেখযোগ্য উপনৈ বৈ আহিছে। ইয়াৰ ভিতৰত সিন্দু আৰু ব্ৰহ্মপুত্ৰ নৈৰ উৎপত্তিস্থল হৈছে কৈলাস পৰ্বতৰ ওচৰৰ মানস সৰোবৰৰ পৰা ১৩০ কিঃ

মিঃ দুৰৈৰ এক হিমবাহ। কৈলাস পৰ্বতৰ চূড়াবোৰক কেন্দ্ৰ কৰি বিভিন্ন জাতি, জনজাতি,উপজাতি লোকে বসবাস কৰিছে। প্ৰত্যেক তীৰ্থক্ষেত্ৰ অথবা ভিতৰুৱা পাহাৰীয়া গাঁওবিলাকৰ একোটা স্বকীয় ঐশ্বৰ্য আছে। ফলত বিভিন্ন পৰম্পৰাৰ জাতি, জনজাতিসমূহে প্ৰাকৃতিক বিচিত্ৰতাৰে ভৰপূৰ পৰিবেশৰ মাজত সমিলমিলেৰে জীৱন যাত্ৰা কৰিবলৈ প্ৰেৰণা পাইছে।

হিমালয়ৰ পশ্চিমে জম্মু আৰু কাশ্মীৰৰ লগতে বৰ্তমান পাকিস্তানৰ লগত সংলগ্ন হৈ থকা উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ, লাডাখ আৰু জানস্কাৰ অঞ্চল, হিমাচল প্ৰদেশ আৰু উত্তৰ অঞ্চল সংলগ্ন হৈ আছে। মধ্য হিমালয়ত গাড়োৱাল আৰু কুমাও অঞ্চল আৰু সমগ্ৰ নেপাল অন্তৰ্ভুক্ত হৈ আছে। পূবলৈ পশ্চিমবংগৰ কাঞ্চনজংঘাক আগুৰি থকা ধুনীয়া পাহাৰীয়া অঞ্চল য'ত আছে দাৰ্জিলিং , চিকিমকে ধৰি সৌন্দৰ্যৰ সমাহাৰ ঘটা পাহাৰীয়া স্বাস্থ্য নিবাসসমূহ। একেবাৰে পূবলৈ ৯৫০ কিঃ মিঃ বিস্তৃত হৈ আছে ভূটান, অৰুণাচল প্ৰদেশ, ভূটানৰ নামচা বাৰৱা চূড়াৰ তলেদি সৰ্পিল গতিৰে ভাৰতভূমিলৈ আহিছে। লাডাখলৈ পুৰণি 'Salt route' ৩৫৫০ মিঃ উচ্চতাৰ জজিলা পাচেদি বা ৩৩৫০ মিঃ উচ্চতাৰ ফটুলা পাচেদি যাব পাৰি। ফটুলা গিৰিপথেদি লাডাখলৈ গ'লে ইয়াক অকোৱা-পকোৱা ৰাস্তাৰ প্ৰত্যেকটো অংশই লেহৰ উচ্চ অৱস্থানৰ পৰা দেখা পোৱা যায়। এই গোটেই পথছোৱাত বৌদ্ধ ধৰ্মৰ প্ৰাবল্য অনুভৱ কৰা যায়। হিমালয়ৰ হিমাচল প্ৰদেশৰ অঞ্চলবোৰৰ ভিতৰলৈ যাবলৈ সুগম পথৰ ব্যৱস্থা আছে। ঐতিহাসিকভাৱে হিমাচল প্ৰদেশেদি মধ্য এছিয়া আৰু ভাৰতৰ মাজত বাণিজ্যিক আদান-প্ৰদান চলিছিল। ব্ৰিটিছে চিমলাত ভাৰতৰ জহকালিৰ ৰাজধানী স্থাপন কৰাৰ পিছত হিমাচল জনপ্ৰিয় ভ্ৰমণৰ স্থান হিচাপে পৰিগণিত হয়। হিমাচলৰ কুলু উপত্যকা, কংগ্ৰা উপত্যকা, চাম্বা উপত্যকা আৰু ভিতৰুৱা লাহন আৰু স্পিটি উপত্যকা আৰু লগতে আবেদনময়ী টাকে আৰু কিং পুৰণি সভ্যতা সাঙুৰি লৈ থিয় দি আছে। যাৰ কাৰণে পৰ্যটকসকলক হিমাচললৈ আকৰ্ষিত কৰি আনে।

উত্তৰাঞ্চল আৰু উত্তৰ প্ৰদেশৰ পাহাৰবোৰে হিমাচলৰ পৰা নেপাললৈকে বিস্তৃত হৈ আছে। গংগা আৰু যমুনা নদীৰ উৎস গংগোত্ৰী আৰু যমুনোত্ৰীকে ধৰি কেদাৰনাথ আৰু বদ্ৰী-নাথ উত্তৰাঞ্চলৰ চাৰিধাম পুণ্য তীৰ্থস্থান। বদ্ৰীনাথৰ হিন্দু শাস্ত্ৰৰ উল্লিখিত চাৰিধামৰ একধাম প্ৰত্যেক হিন্দুধৰ্মী লোকৰ এক সপোন

থাকে যে তেওঁ এদিন হ'লেও বদ্রীনাথলৈ আহিব। বদ্রীনাথক আটাইতকৈ পুণ্য তীর্থ বুলি গণ্য কৰা হয়। বদ্রীনাথ দর্শন হ'লে হিন্দুসকলে মোক্ষ বা মুক্তি লাভ কৰে বুলি বিশ্বাস কৰে। বদ্রীনাথৰ পৰাই পাণ্ডৱৰ যুধিষ্ঠিৰে তেওঁৰ ভাতৃ আৰু দ্রৌপদীৰ সৈতে স্বৰ্গ যাত্রা কৰিছিল। এই স্বৰ্গাৰোহিনী যাত্রা অতিকে দুৰ্গম। জুন মাহৰ পৰা আগষ্ট মাহলৈকে প্রতি বছৰে কিছু ভক্ত যায়। হিমালয়ৰ গ্লেছিয়াৰৰ মাজেৰে ২৫ কিঃ মিঃ দূৰত্বত থকা চতুৰ্পষ্ঠৈলৈকে নীলকণ্ঠ পৰ্বতৰ নামনিত বহু গুহাত এতিয়াও বহু ঋষি-মুনিয়ে মুক্তিৰ পথ বিচাৰি ভগৱানৰ তপস্যাত মগ্ন হয়। মানাগাঁও হৈ চতুৰ্পষ্ঠৈলৈ যোৱাৰ পথত অলকানন্দা নদীৰ মনোমোহা সৌন্দৰ্যৰ লগতে ব্ৰহ্মকমল ফুলেৰে জাতিষ্কাৰ হৈ থাকে। উক্ত অঞ্চলতে বেদ-ব্যাসে ১৮ খন পুৰাণ ৰচনা কৰিছিল বুলি জনা যায়। কিছুদূৰ অতিক্রম কৰিলেই সৰস্বতী নদীৰ ওপৰত এক প্ৰকাণ্ড শিলা আছে, এই শিলাক ভীম শিলা বুলি কয়। পাণ্ডৱৰ স্বৰ্গ যাত্ৰাত দ্রৌপদীয়ে এই অঞ্চলতে দেহ ত্যাগ কৰিছিল। ইয়াৰ পাছত আনন্দবন। আনন্দবন অতিক্রম কৰাৰ পাছতে প্ৰকৃতিৰ মনোমোহা বসুধাৰাৰ জলনিগ্ৰত দৃশ্য। বসুধাৰাৰ পৰা তিনি কিঃ মিঃ অতিক্রম কৰিলেই লক্ষীবন নামৰ এখন সমতল ভূমি। এই লক্ষীবন প্রচুৰ গছ-গছনিৰে ভৰপূৰ। ভগৱানৰ কি আচৰিত সৃষ্টি, বদ্রীনাথত গছ-গছনি দেখা পোৱা নাযায় যদিও বদ্রীনাথৰ উচ্চতাৰ ওপৰতে আছে অসংখ্য গছ-গছনি। এই অঞ্চলতে নকুলে দেহ ত্যাগ কৰিছিল। লক্ষীবনত ভক্তসকলে যাত্ৰাৰ প্ৰথম নিশাটো কটোৱাৰ পাছতে পিছদিনা পুৱা ভক্তসকল অলকাপুৰীলৈ যাত্ৰা কৰে। এই অলকাপুৰীৰ পৰাই অলকানন্দা নদী ওলাইছে। ইয়াৰ পাছতে ওখ পৰ্বতৰ ওপৰৰ পৰা একেলগে জলধাৰা নিগৰি পৰাৰ এক অপূৰ্ব দৃশ্য দেখা পোৱা যায়। এই পানী নিগৰি পৰা ধাৰাক সহস্ৰধাৰা বুলি কয়। এই সহস্ৰ ধাৰাতে সহদেৱে দেহ ত্যাগ কৰিছিল। সহস্ৰ-ধাৰাৰ পৰা পাণ্ডৱৰ স্বৰ্গাৰোহনত যুধিষ্ঠিৰ, ভীম আৰু অৰ্জুনৰ লগত যমে কুকুৰ ৰূপ লৈ যাত্ৰা কৰিছিল বুলি জনা যায়। আচৰিত কথা যে, এই সহস্ৰধাৰাত এতিয়াও কুকুৰ দেখিবলৈ পোৱা যায় আৰু ভক্তৰ লগত কুকুৰে যাত্ৰা কৰি চতুৰ্পষ্ঠৈলৈকে যায়। সহস্ৰধাৰাৰ পৰা তিনি কিঃ মিঃ দূৰত্বত এখন সমতল ভূমি-চক্ৰতীৰ্থ। এই চক্ৰতীৰ্থতে অৰ্জুনে প্ৰাণত্যাগ কৰিছিল। চক্ৰতীৰ্থতে ভক্তসকলে নিশাটো কটোৱাৰ পিছত পিছদিনা পুৱা চতুৰ্পষ্ঠৈলৈ যাত্ৰা কৰে। চতুৰ্পষ্ঠৰ! ১৪ হেজাৰ ফুট উচ্চতাত যাত্ৰা কৰোতে

ডাৱৰসমূহ তলতহে দেখা যায়। চতুর্পন্থ যাত্রা অতিকে কঠিন, গ্লেছিয়াৰৰ উপৰি প্রচণ্ড শব্দৰে বৰফৰ স্খলন হৈ থকাৰ বাবে পদে পদে দুর্ঘটনাৰ আশংকা ঘণীভূত এই অঞ্চললৈ সকলোৱে যাত্রা কৰিব নোৱাৰে। চতুর্পন্থত এটা সৰোবৰ আছে। তাৎপর্যপূর্ণ যে এই সৰোবৰৰ পানীত কিবা পৰিলে কিছু পক্ষীয়ে তুলি নি পানী পৰিষ্কাৰ কৰি ৰাখে। এই চর্তুপন্থতে ভীমে শৰীৰ ত্যাগ কৰিছিল। চতুর্পন্থৰ পাছতে চন্দ্রকুণ্ড। এই কুণ্ডৰ এক তাৎপর্য হ'ল অমাৱস্যাত ইয়াৰ পানী একেবাৰে শুকাই যায় আৰু পূর্ণিমাত পানীৰে কুণ্ডটো ভৰি থাকে। ইয়াৰ পাছতে পায় সূর্যকুণ্ড। সূর্যকুণ্ডৰ পাছতেই স্বৰ্গাৰোহিনী। এই স্বৰ্গৰোহিনীত যুধিষ্ঠিৰ আৰু কুকুৰ ৰূপী যম উপস্থিত হোৱাত স্বৰ্গৰ পৰা পুষ্পক বিমানে যুধিষ্ঠিৰক লৈ গৈছিল বুলি জনা যায়। ধর্ম শাস্ত্রত উল্লেখ থকা হিমালয়ৰ এই ৰহস্যসমূহ স্বচক্ষুৰে প্রত্যক্ষ কৰিলে কিছু হ'লেও বিশ্বাস কৰিবলৈ সকলো বাধ্য হয়।

বদ্রীনাথ অঞ্চলত ৬০০০ মিটাৰ অধিক উচ্চতাৰ কেইবাটাও মনোমোহা প্রাকৃতিক দৃশ্যৰে ভৰপূৰ শৃংগ আছে। ইয়াৰ উল্লেখযোগ্য শৃংগ হৈছে ত্রিশূল (৭১২০ মিঃ)। একেলগে তিনি শৃংগৰে ভগৱান শিৱৰ ত্রিশূলপাত বুলি সকলোৱে বিশ্বাস কৰে। ভগৱান শিৱৰ অস্তিত্ব হিমালয়ৰ প্রতিটো অঞ্চলতে পদে পদে উপলব্ধি কৰা যায়। হিমালয়ৰ কেইবাটাও শৃংগ শিৱৰ লগত জড়িত। উদাহৰণ স্বৰূপে শিৱলিংগ (৬৫৪৩ মিঃ) নীলকণ্ঠ (৬৯৫৭ মিঃ) আৰু কেদাৰনাথ (৬৯৪০মিঃ)। ইয়াৰ উপৰি দুনাগিৰি, বান্দৰপাচ আৰু সুশোভিত নন্দা দেবী, য'ত নাৰীৰ কমনীয়তাৰ প্রকাশ ঘটিছে হিমালয়ৰ ৰন্ধ্রে ৰন্ধ্রে। নেপালে ভ্রমণকাৰীৰ সা-সুবিধাৰ প্রতি লক্ষ্য ৰাখি মাউণ্ট এভাৰেষ্টৰ আকর্ষণৰ লগতে ভূলাগিৰি, অন্নপূর্ণা, মাঞ্চালু, লটচে, মাকালু আদিয়ে মাউণ্টেনিয়াৰিঙৰ সুবিধা প্রদান কৰি ভ্রমণকাৰীসকলক আকর্ষিত কৰিব পাৰিছে। দক্ষিণৰ টেৰাই সমতলৰ পৰা ২০০ কিঃ মিঃৰ ভিতৰত এভাৰেষ্ট শৃংগই গৈ দিগন্ত চুই যোৱা দৃশ্য চাবলৈকে বছৰি ইয়ালৈ কেইবা লাখো ভ্রমণকাৰীৰ আগমন হয়। নেপালৰ চকুত লগা সমতল-ভূমিৰ পৰা হিমালয়ৰ সুউচ্চ চূড়াবোৰৰ পৰা সর্পিল গতিৰে নাচি নাচি নামি অহা নৈবোৰ, অটব্য অৰণ্যৰ পৰা টেৰাই সমতললৈকে প্রকৃতিয়ে অকৃপণভাৱে সৌন্দর্য প্রদান কৰিছে। মন্দিৰৰ লগতে বৌদ্ধ মণ্ডলীৰো সমাহাৰ ঘটিছে নেপাল যাক দর্শন কৰিবলৈ বহু-সংখ্যক পর্যটক আহে। বছৰ বছৰ ধৰি সাধু-সন্যাসীসকলে নেদেখাজনৰ লগত একাত্ম হোৱাৰ বাবে উত্তম স্থান হিচাপে

বাছি লৈছে হিমালয়ক। কথিত আছে যে হিমালয়লৈ অহা মানে ভগৱানৰ লগত একাত্ম হ'বলৈ এখোজ আগবঢ়া আৰু হিমালয়েই হৈছে নেদেখাজনৰ বাস্থ দুখন। স্থানীয় লোককথা অনুসৰি হিমালয়ৰ বৰফে আবৰা কিছুমান অঞ্চলত এনে কেইবাজনো সাধু আছে যাৰ আয়ুসকাল ৪০০ বছৰৰো অধিক হৈছে। তেওঁলোকে কেৱল সূৰ্যৰ ৰশ্মিৰ দ্বাৰাই সুশোভিত হৈ আছে। তুষাৰাবৃত্ত সুদেহী পৰ্বত শৃংখলৰ মাজত জীৱন আছে। ৰাতিপুৱা সূৰ্য উদয় হওঁতে যেতিয়া সূৰ্যৰ ৰশ্মিবোৰে শৃংগ চোৱেহি তেতিয়া পৰ্বতৰ মাজলৈ প্ৰাণৰ সঞ্চাৰ হয় আৰু মুহূৰ্তে মুহূৰ্তে ইয়াৰ ৰঙৰ পৰিৱৰ্তন হয়। এটা সময়ত পাতল গোলাপী, অলপ পিছত উজ্জ্বল হালধীয়া। উৰাজাহাজত নেপাল বা ভূটানৰ কাষেদি গ'লে হিমালয়ৰ সেই মনোৰম দৃশ্য মানুহে জীৱনত মনৰ পৰা গুচাই পেলাব নোৱাৰে। এভাৰেষ্টক স্থানীয়-ভাৱে 'চম' লংগমা' বৰফ মাতৃ ৰূপে জনা যায়।

বৰফ গলাৰ লগে লগে হিমালয় অঞ্চলত নানা বৰণৰ বনৰীয়া ফুলেৰে জাতিষ্কাৰ হৈ পৰে। সেই সময়ত গাড়োৱালত থকা 'ভেলি অৱ ফ্লাৱাৰ'লৈ যোৱাৰ উপযুক্ত সময়। ভেলি অৱ ফ্লাৱাৰ বা ফুল উপত্যকাৰ আশ্চৰ্য ইয়েই যে ইয়াত একেজোপা গছতে ডালবোৰত বেলেগ বেলেগ ৰঙৰ সুগন্ধিত ফুল থাকে। হিমালয়ৰ বিশাল শিলাভূমিৰ মাজত এখন মনোৰম ফুলৰ বাগিচা সৃষ্টিয়ে বিশ্বৰ উদ্ভিদবিদসকলকো কৌতূহলী কৰি তুলিছে। ফুল উপত্যকাত এক ঐতিহাসিক মন্দিৰ আছে। এই মন্দিৰলৈ প্ৰাচীন কালত চীন, তিব্বত আদিৰ পৰা সাধু সন্তসকল আহিছিল। এডিনবাৰ্গ বটানিকেল গাৰ্ডেনৰ প্ৰতিনিধি ফ্ৰেংক এফ স্মিথে ১৯৩১ চনত ফুল উপত্যকালৈ আহোতে লিখা কিতাপ "The Velley of Flower"ত ফুলৰ উপত্যকাৰ ফুলবোৰ দেখি আশ্চৰ্যবোধ কৰিছে। প্ৰকৃতিৰ এই উদ্যাখনত হাজাৰ হাজাৰ বিভিন্ন ফুলৰ গছ-গছনিৰে প্ৰকৃতিৰ এই বিস্ময়জনক স্থানডোখৰ বৰফে প্ৰহৰীৰ দৰে ৰক্ষণাবেক্ষণ দি আছে। ইয়াৰ ওচৰতে আছে শিখ ধৰ্মীসকলৰ পৱিত্ৰ স্থান বেমকুণ্ড।

হিমালয়ৰ জীৱ-জন্তুৰ ভিতৰত য়াকৰ চাহিদা যথেষ্ট বেছি। হিমালয়ত বাস কৰা বিভিন্ন জাতিসমূহৰ মাজত য়াক মাত্ৰ এটা জন্তু নহয়। কিছুমানৰ কাৰণে ইয়েই জীয়াই থকাৰ একমাত্ৰ আহিলা। ৰন্ধাৰ সময়ত য়াকৰ পৰা তৈয়াৰ কৰা মাখন ব্যৱহাৰ কৰা হয়। লগতে ইয়াক মইশ্চাৰাইজিং ক্ৰিম হিচাপেও ব্যৱহাৰ কৰা হয়। ইয়াৰ নোমৰ পৰা কালাৰ, কম্বল, তম্বু আদি তৈয়াৰ কৰা

হয়। শীতকালত হিমালয়ত যাতায়তৰ যোগাযোগ বন্ধ হৈ থকাৰ সময়ত অঞ্চলটোৰ লোকৰ য়াকৰ মঙহেই একমাত্ৰ খাদ্য হৈ পৰে। য়াকৰ উপৰি হিমালয়ত অঞ্চলত যথেষ্ট বনৰীয়া পশু-পক্ষী পোৱা যায়। ভাৰাল বা নীলা গাধ ৩৬৬০ মিটাৰ উচ্চতাৰ ওপৰৰ অঞ্চলত বাস কৰে। কেইবাটাও প্ৰজাতিৰ মেকুৰী ইয়াত পোৱা যায়। লিচং, পালাচ, কিভেট, বাঘ, এল. এইচ. টেৰাইৰ তৃণভূমি অঞ্চলত পোৱা যায়। হিমালয়ত আটাইতকৈ সুন্দৰ জন্তু বৰফৰ বাঘ কাচিৎ হে দেখা পোৱা যায়। ইয়াত Red panda Asialtic Jackel, ভালুক আদি পোৱা যায়। হিমালয়ৰ আটাইতকৈ ৰহস্যময় প্ৰাণীটো হৈছে, 'য়েটি' বা Snow man।

হিমালয়ৰ মাজতে আনন্দ উৎসৱৰ কাৰণে যথেষ্ট উপাদান আছে। গুলমাৰ্গ আৰু কাশ্মীৰৰ ভিতৰুৱা অঞ্চলত স্কী কৰিবলৈ ধুনীয়া হেলনীয়া পাহাৰৰ ঢাল আছে। উত্তৰাঞ্চলৰ যোশীমঠৰ আউলি, হিমাচলৰ ৰোহটাং হনুমান পৰ্বত কুফিৰ আদিত স্কীৰ বাবে উপযুক্ত স্থান। মেকনিওডগঞ্জৰ ইন্দ্ৰহাৰ গিৰিপথৰ পৰা কংগ্ৰা উপত্যকা হৈ চাম্বাৰ মেচ্চহেটোৰলৈ ট্ৰেকিঙৰ কাৰণে অতি আদৰ্শনীয় পথ। উত্তৰাঞ্চলত হৰ কি জুন ভেলীৰ পৰা পিণ্ডাৰী হৈ খাটনিং নেচিয়াৰলৈকে ট্ৰেকিঙৰ এটা আদৰ্শ ৰাস্তা আছে। কিন্তু আটাইতকৈ সুন্দৰ ট্ৰেকটো আছে পশ্চিমবংগ বাহাৰত। অদ্বিতীয় সৌন্দৰ্যৰে মহীয়ান হিমালয়ৰ বাস্তৱতা আৰু ইয়াৰ ওপৰত বৰ্ণিত লোক-কথাসমূহে একেলগেই চিৰ প্ৰবাহমান। যাৰ গাত ভেঁজা দি মানুহে সহজ অৰ্থত ইয়াৰ ৰহস্যঘন আচৰণক অতি প্ৰাকৃতিক বুলি ক'বলৈ প্ৰয়াস কৰিছে। যাক মানুহে এনেদৰে অনুভৱ কৰিব পাৰে— যেনেকৈ সূৰ্যৰ প্ৰথম কিৰণ পৰি নিয়ৰ শুকাই যায়, ঠিক সেইদৰে আমাৰ অন্তৰৰ পৰা হিমালয়ক প্ৰথম দৰ্শন কৰাৰ লগে লগে পাপবোধ আঁতৰি যায়।

# লুইত অবিহনে অসমীয়া জাতীয় জীৱন অসাৰ

চীনে ব্ৰহ্মপুত্ৰক ভেটাৰ পৰিকল্পনা বহুদিনৰ পৰাই চলাই আহিছে। চীনে ব্ৰহ্মপুত্ৰক ভেটি জলবিদ্যুৎ প্ৰকল্প স্থাপন কৰা পৰিকল্পনাই সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলতে এক বিৰূপ প্ৰভাৱ পেলাব। চীনে ব্ৰহ্মপুত্ৰৰ পানী আহৰণ পৰিকল্পনাই অসমৰ বৰলুইতৰ অস্তিত্ব বিপন্ন কৰি তুলিব। ব্ৰহ্মপুত্ৰৰ উৎপত্তিৰ সম্পৰ্কে আমাৰ ধৰ্মগ্ৰন্থত উল্লেখ আছে যে মানস সৰোবৰ হ্ৰদৰ কাষতে শান্তনু নামৰ এজন ঋষিৰ আশ্ৰম আছিল। শান্তনু ঋষিৰ পত্নী অমোঘা এগৰাকী সুন্দৰ নাৰী আছিল। প্ৰজাপতি ব্ৰহ্মাই এদিন আশ্ৰমলৈ আহোতে ঋষিপত্নী অমোঘাক দেখি অতি কামাতুৰ হৈ পৰিছিল। ব্ৰহ্মাৰ অভিপ্ৰায় দেখি ঋষি পত্নীয়ে ব্ৰহ্মাৰ সন্মুখৰ পৰা আঁতৰি আহিছিল। ব্ৰহ্মাৰ বীৰ্য স্খলিত হৈ ভূমিত পৰাত ব্ৰহ্মাই ঋষি আশ্ৰম ত্যাগ কৰিছিল। সেই মুহূৰ্ততে ঋষি শান্তনু আহি আশ্ৰমত উপস্থিত হোৱাত ঋষি পত্নীয়ে তেওঁক কোৱাত শান্তনুৱে ভূমিত পৰি থকা ব্ৰহ্মাৰ বীৰ্য অমোঘাৰ গৰ্ভত স্থাপন কৰাৰ পাছতে অমোঘাই প্ৰসৱ কৰিলে কিছু জল। এই জল শান্তনু ঋষিয়ে এক কুণ্ডত ৰখাৰ পাছত এক দিব্য সন্তান আৱিৰ্ভাৱ হ'ল। এই কুণ্ডকে পৰশুৰামে কটিবলৈ ধৰাত কুণ্ডৰ পানী পৃথিৱীলৈ বৈ আহিল। এই বৈ অহা ব্ৰহ্মাৰ সন্তানৰ নৈখন ব্ৰহ্মপুত্ৰ নামে জনাজাত হ'ল। হিমালয়ৰ কৈলাস পৰ্বতৰ পৰা নামি লোহিত বুলি কয়। হিমালয়ৰ কৈলাস আৰু গন্ধৰ্মাদন পৰ্বতৰ মাজতে মানস সৰোবৰ। এই মানস সৰোবৰৰ পৰাই ব্ৰহ্মপুত্ৰই এক দীঘলীয়া পৰিভ্ৰমণেৰে সুদীৰ্ঘ ২৯০০ কিলোমিটাৰ অতিক্ৰম কৰিছে। ব্ৰহ্মপুত্ৰই চীনদেশত ছাংপো আদি বিভিন্ন নামেৰে ১৬০০ কিলোমিটাৰ অতিক্ৰম কৰি অৰুণাচলত দিহং আদি নামেৰে ২৫০ কিলোমিটাৰ অসমৰ ব্ৰহ্মপুত্ৰ, বৰলুইত, চিৰি-লুইত, বুঢ়া-লুইত আদি নামেৰে ৬০০ কিলোমিটাৰ অতিক্ৰম কৰি বাংলাদেশত যমুনা, মেঘনা আদি নাম লৈ ৪৫০ কিলোমিটাৰেৰে বংগোপসাগৰত পৰিছে। বিশ্বৰ ভিতৰতে ব্ৰহ্মপুত্ৰৰ সৰ্বাধিক উপনৈ বুলি স্বীকৃত হৈছে। ব্ৰহ্মপুত্ৰতে বিশ্বৰ সৰ্ববৃহৎ নদী দ্বীপ মাজুলী। ব্ৰহ্মপুত্ৰৰ সৰ্ববৃহৎ উপ-নৈ সোৱনশিৰি নৈৰ বালিতে

সোণৰ কণিকা আছে। আহোম যুগত এই নৈৰ পৰা সোণ আহৰণ কৰিছিল বুলি জনা যায়। ব্ৰহ্মপুত্ৰত এশ পাঁচখন উপনৈ আছে। ইয়াৰে উত্তৰ পাৰে ৬৪ খন দক্ষিণ পাৰে ৪১ খন। ব্ৰহ্মপুত্ৰৰ চৰত অসমৰ লাখ লাখ লোকৰ বাসগৃহ আছে। অসমৰ প্ৰতিখন জিলাকে সামৰি বৰলুইতে অসমীয়া কৃষ্টি বিকশিত আৰু পৰিবৰ্ধিত কৰিছে। প্ৰতিবছৰে ব্ৰহ্মপুত্ৰৰ গড়া খহনীয়াত শ শ গাঁও উচন হৈ আহিছে যদিও বৰ লুইতে চ'ৰত বাস কৰাসকলক জীৱিকাৰো সন্ধান দিছে। ব্ৰহ্মপুত্ৰৰ অৱবাহিকাত বছৰি গড়ে ১৫০৮ মিলিলিটাৰৰ পৰা ৪০৬০ মিলিলিটাৰলৈকে বৰষুণ হয়। এতিয়াও অসমৰ সৰহ সংখ্যক লোক কৃষিজীৱী। বৰ লুইতে কৃষকৰ আশা-আকাংক্ষাক চূৰ্ণ-বিচূৰ্ণ কৰে যদিও নদীৰ পলসৰে উৰ্বৰা মাটিতেই উৎপাদন হয় ধান, মাহ, সৰিয়হ, আলু, কচু। ইয়াৰ উপৰি তৰু-বৃক্ষ-লতা আদি ঔষধি গুণসম্পন্ন উদ্ভিদসমূহ গজি উঠে। বৰ লুইতৰ বুকুত থকা মাছকেই জীৱিকা স্বৰূপে লৈ জীয়াই আছে বহু লোক। উত্তৰ-পূৰ্বাঞ্চলক ব্ৰহ্মপুত্ৰই সদায় জীপাল কৰি ৰাখিছে। ১৯৫০ চনত বৰ ভূমিকম্পৰ পাছত ব্ৰহ্মপুত্ৰ নৈ আগতকৈ বাম হৈ পৰাত বাৰিষা তাণ্ডৱৰ সৃষ্টি কৰি আহিছে যদিও বৰলুইত সকলোৰে বৰ আদৰৰ, স্নেহৰ আৰু পূজ্য। অসমীয়া জাতিৰ স্নায়ুকেন্দ্ৰ স্বৰূপ চিৰিলুইত আমাৰ কৃষ্টি-সংস্কৃতিৰো মূলধাৰা বুলিব পাৰি। ইতিহাসে ঢুকি নোপোৱাৰ কালতে বিভিন্ন জনগোষ্ঠী আৰু ভাষা সম্প্ৰদায় নিৰ্বিশেষে বৰলুইতৰ পাৰৰ জীপাল ভূখণ্ডলৈ আহিছিল অন্নৰ সন্ধানত, জীয়াই থকাৰ নিৰাপত্তাৰ অন্বেষণত। লুইতে তেওঁলোকক জীয়াই থকাৰ সুযোগ দিলে। প্ৰতিটো জনগোষ্ঠী নিজস্ব কৃষ্টিৰে বিকশিত হৈ কালক্ৰমত সংস্কৃতিৰ বটবৃক্ষৰ ৰূপ ল'লে। এই সংস্কৃতিয়ে লুইতপৰীয়া সংস্কৃতি বা লৌহিত্য সংস্কৃতি। লুইতক বাদ দি ভূ-খণ্ডৰ কলা কৃষ্টিৰ ইতিহাস কেতিয়াও কল্পনা কৰিব নোৱাৰি। সেয়েহে অসমৰ জাতীয় উৎসৱ বিহুগীতত ব্ৰহ্মপুত্ৰক প্ৰণাম জনাই গায় ঃ —

বহমপুত্ৰৰ পাৰৰে বৰহমথুৰি এজুপি
আমিনো খৰিলুৰা ঠাই,
বহমপুত্ৰ দেৱতা উটুৱাই নিনিবা
তামোলদি মাতোতা নাই।

বৰলুইতৰ লগত অসমৰ সকলো জনগোষ্ঠীৰে সাহিত্য-সংস্কৃতি আৰু সভ্যতা জড়িত হৈ আছে। বৰ লুইতৰ জলৰাশিৰ ওপৰেদি নামনিৰ পৰা

উজনিলৈকে শ্ৰীমন্ত শংকৰদেৱে বোৱালে নৱ বৈষ্ণৱ ধৰ্ম। বৰ লুইততে আজান ফকিৰে সৰাগুৰি চাপৰিৰ পৰা হিন্দু-মুছলমানৰ সংহতিৰ বাণী জিকিৰ প্ৰচাৰ কৰিছিল। শিখ ধৰ্মগুৰু তেগ বাহাদুৰে বৰ লুইতৰ পাৰৰ ধুবুৰীতে গুৰুদ্বাৰ স্থাপন কৰিছিল। বহিঃশত্ৰুৰ বাবেও বৰ লুইত প্ৰাচীৰ স্বৰূপ। বৰ লুইতৰ বুকুতে লাচিত বৰফুকনে মোগলক প্ৰতিহত কৰিছিল। চীনে চাংপুত যি জলবিদ্যুৎ প্ৰকল্পৰ আঁচনি লৈছে সেই আঁচনি সম্পূৰ্ণ হ'লে অসমলৈ দুৰ্যোগ কঢ়িয়াই আনিব। বাৰিষা চীনে চাংপুৰ বান্ধৰ অতিৰিক্ত পানী এৰি দিলে ব্ৰহ্মপুত্ৰ উপত্যকা প্লাৱিত কৰাৰ লগতে খৰাঙৰ সময়ত চীনে চাংপুৰ পানী তুলি অসম মৰুভূমিত পৰিণত কৰিব। চীনৰ জলবিদ্যুৎ প্ৰকল্পই কেন্দ্ৰীয় চৰকাৰৰ নদী সংযোগী আঁচনিখনৰ বাবে এক প্ৰত্যাহ্বান হৈ পৰিছে। কেন্দ্ৰীয় চৰকাৰে ব্ৰহ্মপুত্ৰৰ লগত ভাৰতৰ আন নদীসমূহ সংযোগ কৰাই খৰাংপীড়িত অঞ্চলসমূহলৈ প্ৰায় ৪৮ হেজাৰ কোটি লিটাৰ ব্ৰহ্মপুত্ৰৰ জলধাৰা বোৱাই নিয়াৰ পৰিকল্পনা অসাৰ হৈ পৰিব। কিয়নো চীনৰ জলবিদ্যুৎ প্ৰকল্পই ব্ৰহ্মপুত্ৰখন শুকাই পেলোৱাৰ পিছত কেন্দ্ৰ চৰকাৰৰ উক্ত আঁচনিখন অৰ্থহীন হৈ পৰিব। কেন্দ্ৰীয় চৰকাৰে চীনৰ লগত ব্ৰহ্মপুত্ৰ নৈৰ সম্পৰ্কত এক চুক্তিও স্বাক্ষৰ কৰিছিল। কিন্তু চীনে ভাৰত চৰকাৰৰ লগত কৰা চুক্তি ভঙ্গ কৰি নিৰ্মাণ কৰিছে চাংপুত বৃহৎ জলবিদ্যুৎ প্ৰকল্প। এই জলবিদ্যুৎ প্ৰকল্প ৪০,০০০ মেগা ৱাট উৎপাদনেৰে চীনে ২০০৯ চনত সম্পূৰ্ণ কৰাৰ কথা। সম্পূৰ্ণ হৈ উঠিলে ব্ৰহ্মপুত্ৰৰ পানীৰ পৰিমাণ অভাৱনীয়ভাৱে কমি যাব। ফলত উত্তৰ-পূৰ্বাঞ্চল আৰু বাংলাদেশত পানীৰ নাটনি হ'ব। উক্ত জল বিদ্যুৎ প্ৰকল্পৰ পাছত ব্ৰহ্মপুত্ৰৰ গতি সলনি হৈ পৰিলে বৰলুইতৰ দাঁতি কাষৰীয়া ৰাইজৰ জনজীৱনৰ প্ৰতিও এক ভাবুকি আহি পৰিব। আজি বৰলুইতে অসমীয়াক ক্ষণে ৰুষ্ট ক্ষণে তুষ্ট কৰি আহিছে যদিও লুইতক বাদ দি অসমীয়া জাতীয় জীৱন অসাৰ হৈ পৰিব। অসমবাসীয়ে লুইতক লৈ কোনো দিনে গৌৰৱ কৰিব নোৱাৰিব।

# জাতিংগাৰ পক্ষী নিধনৰ পম খেদি

প্ৰাকৃতিক সৌন্দৰ্যৰে মনোমোহা অসমৰ ভূ-স্বৰ্গ স্বৰূপ উত্তৰ কাছাৰ পাৰ্বত্য জিলাৰ সদৰ হাফলং । উল্লেখযোগ্য যে আজিৰ পৰা এশ বছৰৰ পূৰ্বে হাফলঙৰ প্ৰাকৃতিক সৌন্দৰ্যত মোহিত হৈ ব্ৰিটিছসকলে হাফলং চহৰখন এক পৰিকল্পনাৰে নিৰ্মাণ কৰি আটকধুনীয়া কৰি সজাই তুলিছিল। আজিও বহুতে হাফলঙক ভাৰতৰ চুইজাৰলেণ্ড বুলি কয়। হাফলং চহৰৰ সমীপৰ জাতিংগাত চৰাইৰ এক ৰহস্যজনক পৰিস্থিতি সংঘটিত হোৱা এখন স্থানৰ নাম 'জাতিংগা ভেলেজ'। হাফলঙৰ সমীপৱৰ্তী বৰাইল পৰ্বতৰ মুখ্য অংশ আৰু হাফলঙৰ সংযোগকাৰী পূবা-পশ্চিমাকৈ অৱস্থিত হৈছে ৰহস্যবৃত্ত জাতিংগা। হাফলং চহৰৰ পৰা ন কিঃমিঃ নিলগৰ জাতিংগাত তিনিটা পথৰ মিলন ঘটিছে। ইয়াৰে এটা পথ গৈছে হাফলঙলৈ, এটা গৈছে লামডিঙলৈ আৰু তৃতীয়টো শিলচৰলৈ। পশ্চিমলৈ বৈ যোৱা জাতিংগা আৰু উত্তৰলৈ বৈ যোৱা দলং নদীৰ কেইবাখনো উপনৈ আছে। জাতিংগাৰ পৰা উত্তৰ দিশত বৈ যোৱা দলং নৈৰ উপনৈসমূহৰ কাষত বিস্তীৰ্ণ অঞ্চল কৃষিভূমি আৰু জলাশয়ৰে সমৃদ্ধ হৈ আছে।

জাতিংগাৰ পাহাৰৰ এঢলীয়া ভূমিয়ে চৰাই আদিৰ বাবে বিভিন্ন খাদ্য সামগ্ৰী যোগান ধৰি আহিছে। পাহাৰীয়া অঞ্চলত উৎপন্ন হোৱা বিভিন্ন গছৰ গুটি, খাদ্যদানা আৰু জুম খেতি কৰা অঞ্চলত পোৱা খাদ্যদ্ৰব্যৰ লগতে পৰিত্যক্ত জুমখেতি অঞ্চলত পোৱা খাদ্যদ্ৰব্যসমূহে জাতিংগাৰ চৰাইক পৰ্যাপ্ত পৰিমাণৰ খাদ্যৰ যোগান ধৰে। সমুদ্ৰপৃষ্ঠৰ পৰা ২৬০০ ফুট উচ্চতাত অৱস্থিত আৰু ইয়াৰ সমীপত থকা বৰাইল পৰ্বতৰ উচ্চ শৃংগবোৰে জাতিংগাক এক সুকীয়া মাত্ৰা প্ৰদান কৰিছে। ভূতত্ত্ব বিজ্ঞানৰ সমীক্ষা মতেও বৰাইল পৰ্বতৰ ভাঁজ থকা অৱস্থান চৰাইৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দু হৈ পৰিছে।

জাতিংগা আদৰ্শ বতৰৰ লগতে মৌচুমী বায়ুৰে সমৃদ্ধ হৈছে। এপ্ৰিল মাহত হোৱা আগতীয়া বৰষুণৰ পিছত অলপমান সময় অঞ্চলটো শুকান হৈ গ্ৰীষ্ম ঋতুক আদৰণী জনাবলৈ সাজু হৈ পৰে। মে' মাহৰ শেষৰ ফালৰ পৰা বাৰিষা বতৰ আৰম্ভ হৈ অক্টোবৰ মাহলৈকে অঞ্চলটোক পৰ্যাপ্ত বৰষুণে ধুৱাই পেলায়। অক্টোবৰ মাহৰ শেষৰ ফাললৈ বৰষুণ সম্পূৰ্ণ বন্ধ হৈ যায়। জুলাই -

আগষ্ট মাহ বাৰিষা কালৰ মুখ্য সময় আৰু এইখিনি সময়ত বৰষুণৰ মাত্ৰা অতিপাত চৰে। দুই পাহাৰৰ মাজত অৱস্থিত হোৱা বাবে জাতিংগা বতাহবোৱা এটা পথৰ দৰে হয় আৰু সেই বাবে বতাহৰ প্ৰকোপ ইয়াত অত্যন্ত বেছি হয়। অক্টোবৰৰ পৰা ফেব্ৰুৱাৰীলৈকে ইয়াত শীত কাল হয়। এইখিনি সময়ত ৰাতিপুৱা আৰু গধূলি নিয়ৰ আৰু কুঁৱলীত ধুৱলী-কুঁৱলী হৈ পৰে। বায়ুমণ্ডলৰ আদ্ৰতা গোটেই বছৰজুৰি ব্যাপক হৈ থাকে।

ঐতিহাসিক বিৱৰণমতে জাতিংগাত ১৮৯০ চনত প্ৰথমে জেমী নগাসকলে বসবাস কৰিছিল। তেওঁলোকেই সৰ্বপ্ৰথম এক ৰহস্যঘন ঘটনাৰ সৈতে মুখামুখি হৈছিল। কোনো উৎসৱৰ উপলক্ষত তেওঁলোকে একুৰা জুই ধৰোতে বহু সংখ্যক চৰাই আহি ইয়াত সমবেত হৈছিল। এয়া এক অলৌকিক ঘটনা বুলি ভাবি জেমী নগাসকল ত্ৰাসিত হৈছিল, কিয়নো তেওঁলোকে বিশ্বাস কৰিছিল যে আকাশৰ পৰা বেয়া আত্মাসমূহ নামি আহিছে আৰু তেওঁলোকৰ অনিষ্ট সাধন কৰিব। সেয়েহে তেওঁলোকে এই অঞ্চলৰ পৰা আঁতৰি আহি হাফলং চহৰৰ সমীপত বসতি স্থাপন কৰিলে। ইয়াৰ পিচতে লখেনবাম চুচিয়াঙৰ নেতৃত্বত ১৯০৫ চনত জয়ন্তীসকলে জাতিংগাত বসতি স্থাপন কৰে। তেওঁলোকেও এই ৰহস্যঘন ঘটনাৰ মুখামুখি হৈছিল যেতিয়া তেওঁলোকে খেতিপথাৰৰ মাজেদি বাঁহৰ চুঙা জ্বলাই ঘূৰি ফুৰি বনৰীয়া জীৱ-জন্তুক খেতিপথাৰৰ পৰা খেদি পঠিয়াইছিল। এনেদৰে আন্ধাৰত ঘূৰি ফুৰোতে জুইৰ পোহৰ দেখি অসংখ্য চৰাই পোহৰৰ ফাললৈ ঢাপলি মেলি আহিছিল। জয়ন্তীয়াসকলে ৰাতি এনেদৰে জুইৰ পোহৰত আকৰ্ষিত হৈ অহা চৰাইৰ জাকবোৰ ঈশ্বৰ প্ৰেৰিত উপহাৰ বুলি গ্ৰহণ কৰিছিল।

প্ৰথম জাতিংগাৰ বিষয়ে লিপিবদ্ধ হয় ১৯৫৭ চনত প্ৰকাশিত ৱাইল্ড লাইফ অৱ ইণ্ডিয়া (Wild Life of India) নামৰ গ্ৰন্থখনত। ইংৰাজ চাহ খেতিয়ক তথা পক্ষীবিদ ই. পি. জি.য়ে প্ৰথম উক্ত ৰহস্যঘন ঘটনা প্ৰত্যক্ষ কৰি বিশ্ববাসীক এই বিষয়ে অৱগত কৰে। তেখেতৰ ভাষ্যমতে "গোটেই ঘটনাটোৱেই অস্বাভাৱিক" (Whole thing is extraordinary)।" তেখেতে উল্লেখ কৰিছিল যে পক্ষীবোৰে এটা নিৰ্দিষ্ট এলেকাতহে আত্মহত্যা কৰে। কিয়নো যেতিয়া ইয়াৰ দাঁতিকাষৰীয়া অঞ্চলত ৰাতি পোহৰাই তোলা হয় তেতিয়া সেই অঞ্চলসমূহলৈ পক্ষীসমূহৰ আগমন নহয়। তেখেতে আৰু উল্লেখ কৰিছিল

যে কিছুমান নিৰ্দিষ্ট ঘটনাক্ৰম একেলগ হ'লেহে প্ৰকৃতিৰ এই বিচিত্ৰ ঘটনাটো সংঘটিত হয়। এই পৰিঘটনা সংঘটিত হয় বৰ্ষাঋতুৰ শেষৰ ফালে আগষ্ট মাহৰ পৰা অক্টোবৰ মাহলৈ আৰু ছেপ্টেম্বৰ মাহতেই সৰ্বাধিক পক্ষীৰ আগমন হয়। এই পৰিঘটনা সংঘটিত হ'বলৈ বতৰ ডাৱৰীয়া, কুঁৱলী ঘন আৰু সেমেকা হ'ব লাগিব। যদিহে এইখিনি সময়ত কিন্‌কিনিয়া বৰষুণ হয়, তেতিয়া পক্ষীৰ সোঁত অতি প্ৰবল হয়। বতাহ দক্ষিণৰ পৰা উত্তৰলৈ হ'ব লাগিব। আকাশ জোনৰ পোহৰ বিহীন আৰু উপযুক্ত সময় নিশা ৭ বজাৰ ভিতৰত।

জুল'জিকেল চাৰ্ভে অব ইণ্ডিয়াৰ ড° এছ. সেনগুপ্তাই ১৯৭৭ চনৰ বৰ্ষাকালত জাতিংগা পৰিভ্ৰমণ কৰি প্ৰকৃতিৰ এই আশ্চৰ্যজনক কথাটো ইউৰোপ, আমেৰিকা আৰু জাপানৰ বিশ্ববিশ্ৰুত পক্ষীবিদসকলক অৱগত কৰে। ব্ৰিটিছ সাংবাদিক এগৰাকীৰ জাতিংগাত পক্ষীনিধনৰ বিষয়ে এক প্ৰতিবেদন পঢ়ি ৱৰ্ল্ড ৱাইল্ড লাইফ ফাণ্ড ফৰ নেচাৰৰ সভাপতি এডিনবাৰ্গৰ ডিউকে তদানীন্তন প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীলৈ পত্ৰ প্ৰেৰণ কৰি পক্ষীকুল নিধন হোৱাত প্ৰতিৰোধৰ বাবে যাৱতীয় ব্যৱস্থা গ্ৰহণ কৰিবলৈ অনুৰোধ জনায়।

সম্ভৱতঃ প্ৰকৃতিৰ এই আশ্চৰ্যত বিস্ময়াভূত হৈ পক্ষীবোৰ অঞ্চলটোত থকা পোহৰৰ উৎসৰ সমীপত পৰেহি আৰু তাৰ পৰা উৰি যাবলৈ চেষ্টা নকৰে। এই পক্ষীবোৰ ধৰিবলৈ দুষ্কৃতিকাৰীসকলে কোনো কষ্ট কৰিবলগীয়া নহয়। হয়তো এই সময়খিনিত পোহৰৰ সমীপক আগুৰি ধৰা ঘনঘোৰ আন্ধাৰত দিক্‌ভ্ৰান্ত হৈ একে স্থানতে থিতাপি লয়। যিবিলাক পক্ষীয়ে পোহৰৰ উৎসত থিতাপি লয় সেইবিলাক পক্ষীক বাঁহৰ মাৰি, টাঙোন আদিৰে মাৰি পেলোৱা হয়। পোহৰৰ উৎসৰ চাৰিওফালে থকা গছবোৰৰ অৱস্থান কৰা পক্ষীবোৰক মাৰিবলৈ কেটেপাগুটি নিক্ষেপ কৰা হয়। এনেদৰে এটা ৰাতিৰ ভিতৰতে বৃহৎ সংখ্যক পক্ষী নিধন কৰা হয়।

এতিয়া প্ৰশ্ন হৈছে— কিয় এই পক্ষীবোৰে আত্মহত্যা কৰে? জনশ্ৰুতি মতে এই ঘটনাটো আত্মহত্যা বুলি কোৱা হয়, আচল অৰ্থত পক্ষীবোৰে আত্মহত্যা নকৰে। অধ্যয়নৰ পৰা জানিব পৰা গৈছে যে ঘনকুঁৱলী আৰু বতাহত দিক্‌ভ্ৰান্ত হৈ পক্ষীবোৰে অঞ্চলটোৰ বাইজে জ্বলাই ৰখা পোহৰৰ উৎসলৈ ঢাপলি মেলে। এনেদৰে পোহৰৰ উৎসলৈ ঢাপলি মেলাৰ ফলত আন্ধাৰত মনিব নোৱাৰি পক্ষীবোৰ গছ বা অন্যান্য প্ৰাচীৰত খুন্দা মাৰি আঘাতপ্ৰাপ্ত হৈ বৈ যায়। তেতিয়া

গাঁওবাসীয়ে টাঙোন, কেটেপা আদিৰে পক্ষীবোৰ নিধন কৰে। আঘাতপ্ৰাপ্ত পক্ষীক শুশ্ৰূষা কৰাৰ পিছত সুস্থ হৈ এই পক্ষীবোৰ পুনৰ উৰি গুচি যায়।

জাতিংগাৰ থলুৱা লোকসকলৰ বাবে পক্ষী নিধন পৰ্বতো এটা জাতীয় ক্ৰীড়াৰ দৰে হৈ পৰিছে। তেওঁলোকৰ মতে তেওঁলোকৰ অঞ্চলত পক্ষীৰ আগমন আৰু তাক নিধন কৰাটো প্ৰকৃতিৰ তেওঁলোকলৈ প্ৰেৰণ কৰা উপহাৰ। যদিও বন বিভাগে জাতিংগাত বৃহৎ পোহৰৰ উৎস স্থাপন কৰি পক্ষীকূল নিধন ৰোধ কৰিবলৈ কিছু চেষ্টা চলাইছে, তথাপি এই ক্ষেত্ৰত অতি নগণ্য সাফল্যহে লাভ কৰিছে।

পক্ষীবিদসকলে চলাই থকা গৱেষণাৰ পৰা এইটো প্ৰতীয়মান হৈছে যে জাতিংগাৰ সকলো অঞ্চললৈ পক্ষীবোৰ আকৰ্ষিত নহয়, মাথো ডেৰ কিলোমিটাৰ দীঘল আৰু ২০০ মিটাৰ বহল এটা অঞ্চললৈহে ব্যাপকভাৱে পক্ষীবোৰ আকৰ্ষিত হয়। এইটোও প্ৰতীয়মান হৈছে যে অতি নগণ্য সংখ্যক সচৰাচৰ দেখি থকা পক্ষীহে এই পক্ষীবোৰৰ লগত চামিল হৈছে। এতিয়ালৈকে জাতিংগালৈ ৪৩ টা প্ৰজাতিৰ পক্ষীহে পোহৰ উৎসলৈ আকৰ্ষিত হয় বুলি জনা গৈছে।

এই লেখকে ২০০১ চনৰ ১৬ অক্টোবৰত জাতিংগাৰ পক্ষী নিৰক্ষণ কেন্দ্ৰত লেখক, বন্ধু প্ৰশান্ত বৰবৰা আৰু সপোন তামুলী উপস্থিত হোৱাৰ পিছত ইয়াৰ দাঁতি কাষৰীয়া বাসগৃহ সমূহত প্ৰতিটো গৃহৰ চৌহদতে চাৰি-পাঁচটাকৈ ইলেক্ট্ৰিক বাল্ব ওখ লাঠিত ওলমাই লগাই থোৱা প্ৰত্যক্ষ কৰোহঁক। ইলেক্ট্ৰিক বাল্ববোৰত মিঠাতেলৰ টিং কাটি ক'ভাৰ হিচাপে লগাই থয় যাতে চৰাই লাইটটোৰ ওচৰলৈ আহিলে টঙনিয়াই মাৰিবলৈ সহজ হয়। ইয়াৰ উপৰি যিবোৰ অঞ্চলত বিদ্যুতৰ ব্যৱস্থা নাথাকে তেনে ঠাইত জোৰ, মেণ্ঠন লাইট আদিৰ পোহৰৰ দ্বাৰা চৰাইক আকৰ্ষিত কৰে। এই ঘটনা আমাক প্ৰত্যক্ষ কৰাইছিল 'আমাৰ অসম'ৰ সাংবাদিক দিগন্ত দাস আৰু পক্ষী সংৰক্ষণৰ হাফলঙৰ স্বেচ্চাসেৱী সংগঠন ওৱেচিচ্ৰ বিষয়-ববীয়া বংকিম ভূষণ হাফলংবাৰ, টুহিন লাংথাছা আদিয়ে। ২০০১ চনৰ ১৩ অক্টোবৰৰ নিশা ৯ বজাৰ পৰা ১০ বজাৰ ভিতৰত পক্ষী নিৰক্ষণ কেন্দ্ৰৰ ওচৰলৈ প্ৰায় এহাজাৰ পক্ষীৰ আগমন ঘটিছিল বুলি জনা গৈছিল। যদিওবা বহু কাৰণৰ বাবে জাতিংগালৈ পক্ষীৰ আগমন হোৱাতো ঠাৱৰ কৰা হৈছে, তথাপি কোনোটো মতকেই জাতিংগাৰ ৰহস্য ভেদ

কৰাৰ ক্ষেত্ৰত উপযুক্ত মত বুলি গ্ৰহণ কৰা হোৱা নাই। জাতিংগাৰ ৰহস্য যদিওবা সম্পূৰ্ণৰূপে অনাবৃত হোৱা নাই, তথাপি জাতিংগাৰ পক্ষীনিধন যজ্ঞ ৰোধ কৰি ইয়াক এটা পৰ্যটকৰ দৰ্শনৰ বাবে কৰণীয় যথেষ্টখিনি আছে। প্ৰথমতে ইয়াৰ পক্ষী নিধনৰ ওপৰত নিষেধাজ্ঞা আৰোপ কৰি এই আইন সুসংঘবদ্ধভাৱে প্ৰয়োগ কৰিব লাগিব। দ্বিতীয়তে বিভিন্ন প্ৰকৃতিপ্ৰেমী সংগঠনে পক্ষীকুল ৰক্ষাৰ ক্ষেত্ৰত আগবাঢ়ি আহি অঞ্চলটোৰ ৰাইজৰ মাজত সজাগতা বৃদ্ধি কৰিব লাগিব। জাতিংগাত চৰাই অহাৰ সময়ত যদি আন্ধাৰ কৰি ৰাখিব পাৰি, পোহৰ দেখি অহা চৰাইবোৰ মানুহৰ হাতত নিধন হোৱাৰ পৰা ৰক্ষা পৰিব। এইক্ষেত্ৰত চৰকাৰেও এই সংগঠনসমূহক যথোচিত সহযোগ আগবঢ়াব লাগিব। তৃতীয়তে জাতিংগা গাঁওখন জয়ন্তীয়া লোকৰ গৃহভূমি আৰু লোকসকল খ্ৰীষ্টান ধৰ্মী হোৱা বাবে গীৰ্জাৰ জৰিয়তে লোকসকলৰ মাজত সজাগতা বৃদ্ধি কৰিব লাগিব। অন্যথা বছৰি বছৰি জাতিংগা পক্ষীৰ আগমনৰ বাবে বিখ্যাত হোৱাৰ লগে লগে পক্ষানিধনৰ বাবেও কুখ্যাত হৈ পৰিব।

## জাতিংগালৈ অহা পক্ষীসমূহ হ'ল ঃ—

*1. Hodded or Green breasted pitta, 2. Ashy headed green pigeon, 3. Three Toed Forest kingfishers, 4. Indian Ruddy kingfisher, 5. White Breasted water hen, 6 Water cock, 7. Indian Blue breasted Banded rail, 8 Yellow Bittern, 9 Paddy bird or pond heron, 10. Koel, 11. Black Bittern, 12. Spotted dove, 13. Chesnut Bittern, 14. Cattle egret, 15. Malay or Tiger bittern. 16. Branzed drongo, 17. Bittern, 18. Common Hawk Cuckoo, 19. Blue Rock thruch, 20. Bustard Quail, 21. Cotton Tea, 22. Violet Cuckoo, 23. Paradise Flycatcher, 24. Lesser whistling teal, 25. While winged wood duck, 26. Banded crake, 27. Purple moorhen, 28. Moorhen, 29.Purple heron, 30. Blossomheaded parakeet, 31. Emereld dove, 32. Cerlew, 33. Brown shrike, 34. Eastern swift, 35. Red winged crested cuckoo, 36. Blue breasted quail, 37.Button quail, 38. Indian Cuckoo, 39. Black naped Blue Flycatcher, 40. Large Racquet tail drongo, 41. Pheasant tailed jacama, 42. Indian Dronga cuckoo, 43. Black headed Yellow bulbul.*

# নামদফা ব্যঘ্র প্ৰকল্পত এভূমুকি

অৰুণাচল প্ৰদেশৰ চাংলাং জিলাৰ ম্যানমাৰৰ সীমান্তলৈকে বিস্তৃতি লাভ কৰা অঞ্চলটো হৈছে নামদফা সংৰক্ষিত অঞ্চল। নামদফা সংৰক্ষিত বাঘ্র প্ৰকল্পৰ মাটি কালিৰ পৰিমাণ হৈছে, ১৯৮৫ বৰ্গ কিলোমিটাৰ আৰু ইয়াৰ পূব আৰু দক্ষিণত সীমান্তত ম্যানমাৰ। উত্তৰত কামলাং বন্যপ্ৰাণী অভয়াৰন্য যিখন লোহিত জিলাৰ অন্তৰ্ভূক্ত। ব্যঘ্রপ্ৰকল্পৰ মুঠ মাটি কালিৰ ১৮০৮ বৰ্গ কিলোমিটাৰ মুখ্য অঞ্চল আৰু ১৭৭ বৰ্গ কিলোমিটাৰ অঞ্চল 'বাফাৰ' অঞ্চল হিচাপে চিহ্নিত হৈ আছে। ভৌগোলিক-ভাৱে নামদফা সংৰক্ষিত ব্যঘ্র সংৰক্ষিত অঞ্চল ৩০° উত্তৰৰ পৰা ৯৬°১৫′২″ পূবৰ পৰা ৯৬°৫৮′৩৩″ পূব অক্ষাংশলৈ বিস্তৃতি লাভ কৰিছে।

১৮৯১ চনৰ অসম বন ৰেগুলেটৰী আইন অনুসৰি বৰ্তমানৰ নামদফা ব্যঘ্র সংৰক্ষিত অঞ্চলক 'নামদফা সংৰক্ষিত বনাঞ্চল' বিচপে ঘোষণা কৰা হয়। ১৮৭২ চনৰ ২ অক্টোবৰত ১৮৯১ চনৰ অসম বন ৰেগুলেটৰী আইন অনুসৰি 'নামদফা বন্যপ্ৰাণী অভয়াৰণ্য ঘোষণা কৰা হয়। ১৯৮৩ চনৰ ১২ মে'ত বন্যপ্ৰাণী সংৰক্ষত আইন ১৯৭২ চনৰ অধীনত নামদফাক 'নামদফা ৰাষ্ট্ৰীয় উদ্যান' হিচাপে ঘোষণা কৰা হয়! উক্ত বৰ্ষৰে ১৫ মাৰ্চত ভাৰত চৰকাৰৰ ব্যঘ্র সংৰক্ষিত অঞ্চল হিচাপে ইয়াক ঘোষণা কৰা হয়। ১৯৮৬ চনৰ ৭ ফেব্ৰুৱাৰীত অতিৰিক্ত ১৭৭.৪২৫ বৰ্গ কিলোমিটাৰ এলেকা উদ্যানখনৰ লগত সংযোজিত কৰা হয়।

১৯৪৭ চনত অসম চৰকাৰৰ বন বিভাগৰ উপদেষ্টা ডব্লিউ. মাইক্ৰীজামে নেফাত (বৰ্তমানৰ অৰুণাচল প্ৰদেশত) এখন ৰাষ্ট্ৰীয় উদ্যান স্থাপন কৰিবলে প্ৰস্তাৱ উত্থাপন কৰে। ইয়াৰ বাবে দিয়ান বা ন দিয়ান নদীৰ পাৰৰ পৰা সমুদ্ৰপৃষ্ঠৰ পৰা ৫০০ ফুটৰ পৰা ১৫০20 ফুট পৰ্যন্ত উচ্চতাত থকা অঞ্চলক সামৰি এটা বিস্তৃৰ্ণ অঞ্চল চিনাক্ত কৰা হৈছিল। এই অঞ্চলটোত বিভিন্ন জীৱ-জন্তু আৰু

গছ-গছনিৰে জাতিস্কাৰ হৈ আছিল। এই অঞ্চলত এখন ৰাষ্ট্ৰীয় উদ্যান স্থাপন কৰাৰ মূল উদ্দেশ্য আছিল জীৱ-জন্তু গছ লতাৰ গৱেষণা আৰু অধ্যয়নৰ বাবে উপযুক্ত ৮০২.৯ বৰ্গ মাইল এলেকাৰ এটা অঞ্চল।

বহু ক্ষেত্ৰ অধ্যয়ন আৰু খচৰা প্ৰস্তুত কৰাৰ পিছত তদানীন্তত পলিটিকেল বিষয়া বি. কে. বৰগোহাঁইয়ে ম'পেনৰ পৰা বিজয়নগৰলৈকে সমগ্ৰ অঞ্চলটো সংৰক্ষিত অঞ্চল হিচাপে ঘোষণা কৰিবলৈ প্ৰস্তাৱ প্ৰেৰণ কৰিলে। কিন্তু কিছুক্ষেত্ৰত শীৰ্ষস্থানীয় বিষয়াৰ মাজত মতবিৰোধ হোৱাত সংৰক্ষিত অঞ্চলটোৰ ধাৰণা কিছুদিনলৈ সুপ্ত হৈ থাকিল।

ইয়াৰ পিছতে ১৯৬২ চনৰ চীনা যুদ্ধৰ সময়ত হোৱা খেলিমেলিৰ বাবে সংৰক্ষিত অঞ্চল সম্পৰ্কীয় কাগজ পত্ৰসমূহ ১৯৬৯ চনলৈকে হেৰুৱা হৈ আছিল। ১৮ জুলাই ১৯৬৯ চনত তদানীন্তন খোনচাৰ উপায়ুক্তই বন বিভাগৰ সঞ্চালকলৈ পত্ৰ প্ৰেৰণ কৰি জনালে যে পাটকাইৰ পৰা ডফাবামলৈকে টিৰাপ আৰু লোহিত জিলাৰ সমীপৱৰ্তী অঞ্চলটোৰ নাম 'নামদফা সংৰক্ষিত বনাঞ্চল' ৰাখিলে বেছি অৰ্থপূৰ্ণ হ'ব। সেয়েহে এই অঞ্চলটো ১৯৭০ চনত অসম বন আইন (Assam Forest Regulation) অনুসৰি 'নামদফা' হিচাপে লিপিবদ্ধ হয়। ইয়াৰ পৰৱৰ্তী সময়ত বহু জৰীপ, ক্ষেত্ৰ অধ্যয়ন আৰু যুক্তি তৰ্কৰ পিছত নামদফা সংৰক্ষিত বনাঞ্চল ১৮৯১ চনৰ অসম বন আইনৰ আওতাত ১৯৭২ চনত নামদফা বন্যপ্ৰাণী অভয়াৰণ্যলৈ উন্নীত কৰা হয়। ১৯৮৩ চনত ১৯৭২ চনৰ বন্যপ্ৰাণী সুৰক্ষা আইনৰ অধীনত 'নামদফা ৰাষ্ট্ৰীয় উদ্যান' ঘোষণা কৰা হয়।

নামদফা ৰাষ্ট্ৰীয় উদ্যান হিমালয় পৰ্বতৰ পূৱ অংশত অৱস্থিত। বিষুৱৰেখাৰ ২৭° উত্তৰত অৱস্থিত এই উদ্যানখনত বছৰি চাৰিটা কালৰ প্ৰভাৱ দেখা যায়। (১) শীত কাল, ডিচেম্বৰৰ পৰা ফেব্ৰুৱাৰীলৈকে, (২) প্ৰাক্ মৌচুমী কাল, মাৰ্চৰ পৰা মে'লৈকে, (৩) মৌচুমী কাল, জুনৰ পৰা ছেপ্টেম্বৰলৈকে, (৪) মৌচুমী উত্তৰ কাল, অক্টোবৰৰ পৰা নৱেম্বৰ মাহলৈকে।

নামদফা ৰাষ্ট্ৰীয় উদ্যানখনে বছৰি পৰ্যাপ্ত পৰিমাণৰ বৰষুণ লাভ কৰে। শীত কালতেই বৰষুণ আৰম্ভ হয় 'পশ্চিমীয়া বাধাগ্ৰস্ততা'ৰ (Western disturbance) বাবে। ডিচেম্বৰ, জানুৱাৰী মাহদুটাই আটাইতকৈ ঠাণ্ডা বতৰ। এইখিনি সময়ত উদ্যানখনৰ উষ্ণতা ঠায়ে ঠায়ে ৫° চেণ্টিগ্ৰেড পৰ্যন্তলৈ হ্ৰাস

পায়। অন্যহাতেদি জুলাই-আগষ্ট মাহদুটাত আটাইতকৈ উষ্ণতা লাভ কৰে এই উদ্যানখনত এই দুই মাহত স্থান বিশেষে উষ্ণতা ৩৭° চেণ্টিগ্রেড পৰ্যন্ত হয়। বায়ুমণ্ডলৰ আদ্ৰতা ৪৭ শতাংশৰ পৰা ৯৩ শতাংশ পৰ্যন্ত হোৱা দেখা যায়।

নামদফা ৰাষ্ট্ৰীয় উদ্যানৰ বনাঞ্চলসমূহক নিম্নোক্ত ধৰণে ভাগ কৰিব পাৰি।

(১) আসাম ভেলী ট্ৰপিকেল ৱেট এভাৰগ্ৰীণ ফৰেষ্ট (১বি/চি১)
(২) আপাৰ আসাম ভেলী ট্ৰপিকেল ৱেট এভাৰগ্ৰীণ ফৰেষ্ট (১বি/চি২এ)
(৩) আপাৰ আসাম ভেলী ট্ৰপিকেল ৱেট এভাৰগ্ৰীণ ফৰেষ্ট (১বি/চি২বি)
(৪) আসাম ভেলী ট্ৰপিকেল চেমি এভাৰগ্ৰীণ ফৰেষ্ট (২বি/চি১)
(৫) চাব-হিমালয়ান লাইট এলুভিয়েল চেমি এভাৰগ্ৰীণ ফৰেষ্ট (২বি/চি১/এচ১)
(৬) চেকনডেৰী মইষ্ট বেম্ব ব্ৰেকচ (২/২এচ আই)
(৭) ইষ্টাৰ্ণ হল'ক ফৰেষ্ট (৩/১এচ২বি)
(৮) ইষ্ট হিমালয়ান মইষ্ট টেম্পৰেট ফৰেষ্ট (১২/চি-৩)
(৯) মইষ্ট আলপাইন স্ক্ৰাব ফৰেষ্ট (১৫ চি/চি-১)

১৯৯০ চনত কৰা ক্ষেত্ৰ অধ্যয়ন অনুসৰি নামদফা সংৰক্ষিত অঞ্চলত অসংখ্য আৰ্কিড আৰু অন্যান্য তৰু গুল্মৰ উপস্থিতি প্ৰত্যক্ষ কৰা হৈছিল। সেই হিচাপত ৭৩ টা প্ৰজাতিৰ লাইকেন, ৫৯ টা প্ৰজাতিৰ ব্ৰায়'ফাইটচ, ১১২ টা প্ৰজাতিৰ টেৰিডফাইটচ্, ৫ টা প্ৰজাতিৰ জাইন'স্পাৰ্মচ আৰু প্ৰায় ৮০১ টা প্ৰজাতিৰ এনডি'স্পাৰ্মচ উল্লেখযোগ্য। ইয়াৰ বাহিৰত বৈ যোৱা কেইবাটাও প্ৰজাতিৰ অৰ্কিড টেম্পাৰেট আৰু এলপাইন অঞ্চলত ব্যাপক ভাৱে বিস্তৃতি লাভ কৰিছে।

চাংলাং আৰু লোহিত জিলাৰ জনজাতীয় লোকসকলৰ বাসস্থান নামদফা ৰাষ্ট্ৰীয় উদ্যানৰ চাৰিওকাষে বিস্তৃত হৈ আছে। এই জনজাতীয় লোকসকলৰ অতি ঐশ্বৰ্যশালী সাংস্কৃতিক পৰম্পৰা আছে। এই জনজাতীয় লোকসকলৰ তেওঁলোকৰ চাৰিওফালে থকা গছ-লতা, তৰু-বৃক্ষৰ পৰা ইয়াৰ উপকাৰীতা সম্পৰ্কে গভীৰ জ্ঞান আছে। তেওঁলোকে কোনো বৃক্ষৰ এটুকুৰা বা কেইজোপামান বৃক্ষৰ পৰা নিৰ্দিষ্ট পৰিমাণৰ উপাদান লৈ দৈনিক খাদ্যসূচীত অন্তৰ্ভূক্ত কৰে। এই গুপুত উপাদানৰ ৰহস্য জনজাতীয় লোকসকলে

তেওঁলোকৰ উপৰিপুৰুষৰ পৰা বংশানুক্ৰমে লাভ কৰিছে। কিন্তু তেওঁলোকে এই গুপুত ৰহস্য অন্ধবিশ্বাসৰ বশৱৰ্তী হৈ কোনো বাহিৰা মানুহৰ আগত ব্যক্ত কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰে। যদিও কোনো উদ্ভিদবিদ্যা পথ্য বনোৱা অধ্যয়ন সংৰক্ষিত এলেকা হৈ উঠা নাই, তথাপি অঞ্চলটোৰ অধিবাসীসকলে বহুতো দুৰাৰোগ্য ৰোগৰ চিকিৎসা বা প্ৰতিৰোধী ব্যৱস্থা তেওঁলোকে ব্যৱহাৰ কৰা এই উদ্ভিদজাত উপাদানসমূহতে আছে বুলি বিশ্বাস কৰে। তেওঁলোকৰ উদ্ভিদবিদ্যা জ্ঞান, তেওঁলোকৰ লোককথা বিশ্বাস, আচাৰ-ব্যৱহাৰ, ধৰ্মীয় পৰম্পৰা আৰু জীৱন প্ৰণালীত স্পষ্ট। ইয়াৰে কেইজোপামান উদ্ভিদ আৰু ইয়াৰ ঔষধি গুণাগুণ ইয়াত উদ্ধৃত কৰা হ'ল—

(১) এবৰমা এংগোষ্টা — প্ৰস্ৰাৱৰ বেমাৰত শিপা ব্যৱহাৰ কৰা হয়।
(২) এগাৰেটাম কণিজইদচ্ — কটা আৰু ফুলাত পাত ব্যৱহাৰ কৰা হয়।
(৩) এলবিজিয়া প্ৰচিৰা — আলচাৰত পাত ব্যৱহাৰ কৰা হয়।
(৪) বাৰ্লাৰিয়া ক্ৰিচটাটা — কাহত শিপা আৰু পাত ব্যৱহাৰ কৰা হয়।
(৫) কেৰিয়াটা ইউৰেনচ্ — ফল মূৰৰ বিষত ব্যৱহাৰ কৰা হয়।
(৬) চি ব্ৰেক্টিয়াটাম — ফুড পইজনত পাত ব্যৱহাৰ কৰা হয়।
(৭) এল ইণ্ডিকা — ডায়েৰীয়া আৰু ডিচেণ্ট্ৰীত শিপা ব্যৱহাৰ কৰা হয়।
(৮) মেচা ইণ্ডিকা — চিফিলিচত শিপা ব্যবহাৰ কৰা হয়।
(৯) স্পাইলেন্থিয়া পেনিকুলেটা—দাঁতৰ বিষত ফুলাত ব্যৱহাৰ কৰা হয়।
(১০) পস্ক স্কেন্দেচ — সৰু আইত পাত ব্যৱহাৰ কৰা হয়।

নামদফা সংৰক্ষিত অঞ্চল ভাৰতীয় জৈৱ ভৌগোলিক মণ্ডল আৰু চীন জৈৱ ভৌগলিক মণ্ডলৰ সংযোগস্থলত অৱস্থিত। সেয়েহে এই অঞ্চলত গছ-গছনি, জীৱ-জন্তু আদিৰ বহুল সংখ্যক বিভিন্ন প্ৰজাতিৰ গছ-গছনিৰ লগতে জীৱ-জন্তুৰ আবাসস্থলী হিচাপে পৰিগণিত হৈছে এই নামদফা সংৰক্ষিত অঞ্চল বিভিন্ন জীৱ-জন্তু, মাছ আদি প্ৰজাতিৰ সংখ্যা তলত উল্লেখ কৰা হ'ল—

| | | |
|---|---|---|
| কেচু | — | ১০ টা প্ৰজাতি |
| জোক | — | ৫ টা প্ৰজাতি |
| পোক-পৰুৱা | — | ৪৩০ টা প্ৰজাতি |
| পখিলা | — | ১৪০ টা প্ৰজাতি |

| | | |
|---|---|---|
| মাছ | — | ৭৬ টা প্ৰজাতি |
| জেঠী | — | ৫০ টা প্ৰজাতি |
| চৰাই | — | ৪৫৩ টা প্ৰজাতি |
| স্তন্যপায়ী জীৱ | — | ৯৬ টা প্ৰজাতি |
| ভেকুলী | — | ২৫ টাপ্ৰজাতি |

এনে এক বৃহৎ পৰিসৰৰ ভূমিত স্থাপিত নামদফা ৰাষ্ট্ৰীয় উদ্যানৰ জৈৱিক বৈচিত্ৰৰ সমাহাৰ ঘটা অন্য একোটা অঞ্চল বিচাৰি উলিওৱা এক দুৰূঢ় কাম হিচাপে বিবেচিত হৈছে। ইয়াৰ উদ্ভিদ বৈচিত্ৰতাই ঔষধী গুণাগুণৰ যি এক সম্ভাবনীয়তা দেখুৱাইছে তাৰ বিস্তৃত অধ্যয়নেহে ইয়াৰ উপকাৰিতা প্ৰমাণিত কৰিব। এই লেখকে ২০০৪ চনৰ ৬ ফেব্ৰুৱাৰীত নামদফা পৰিভ্ৰমণ কৰোতে অঞ্চলটোত অইল ইণ্ডিয়াই তেল উদ্‌ঘাটনৰ নামত তেলৰ খাদৰ পৰা ওলোৱা বৰ্জনীয় পদাৰ্থই বনাঞ্চলখনৰ বনজ সম্পদৰ প্ৰতি এক ভাবুকিৰ সৃষ্টি কৰা পৰিলক্ষিত হয়। বিজয় নগৰবাসীৰ বাবে নামদফা ব্যঘ্ৰ প্ৰকল্প এক প্ৰত্যাহ্বান ৰূপে থিয় দিছে। বিজয় নগৰলৈ মেওৰ পৰা যাবলৈ নামদফাৰ মাজেৰে ৩ ৰ পৰা ৪ দিন পদযাত্ৰা কৰিব লাগে। বিজয় নগৰলৈ অন্য যাতায়তী ব্যৱস্থা নথকাত জৈৱ বৈচিত্ৰপূৰ্ণ নামদফা আজি তেওঁলোকৰ বাবে প্ৰকৃতিৰ এক অভিশাপ হৈ পৰিছে।

# কয়লাৰ মুক্তখনন কৃষকৰ বাবে ভাবুকি

যি সময়ত সমগ্ৰ বিশ্বই খনিজ পদাৰ্থ আহৰণৰ ক্ষেত্ৰত পৰিৱেশ নিয়ন্ত্ৰণ নীতি-নিয়ম মানি চলি আহিছে সেই সময়ত উজনি অসমৰ মাৰ্ঘেৰিটাত ক'ল ইণ্ডিয়া লিমিটেডে অপেন কাষ্ট মাইনিঙেৰে কয়লা খনন কৰি সমগ্ৰ অঞ্চলটোতে প্ৰদূষণৰ সৃষ্টি কৰি পৰিৱেশ বিনষ্ট কৰিছে। মন কৰিবলগীয়া যে ১৯৭৫ চনতে কয়লা উৎপাদন আৰু বিক্ৰীৰ বাবে কেন্দ্ৰীয় চৰকাৰে প্ৰতিষ্ঠা কৰা ক'ল ইণ্ডিয়া লিমিটেডে টিপং, লিডু আৰু বৰগোলাইত আণ্ডাৰ গ্ৰাউণ্ড মাইনিঙেৰে কয়লা খনন কাৰ্য চলাই আহিছে। পেট্ৰলিয়ামজাত সামগ্ৰীৰ পিছতে কয়লাখনন কাৰ্যতো প্ৰদূষণ নিয়ন্ত্ৰণৰ বাবে উন্নতমানৰ যন্ত্ৰপাতি ব্যৱহাৰৰ প্ৰয়োজন যদিও ক'ল ইণ্ডিয়া লিমিটেডে প্ৰদূষণ নিয়ন্ত্ৰণৰ সকলো দিশ উলাই কৰাৰ অভিযোগ পোৱা গৈছে। স্থানীয় ৰাইজে অভিযোগ কৰা মতে ক'ল ইণ্ডিয়াই প্ৰদূষণ নিয়ন্ত্ৰণৰ নামত এটা পানীৰ ট্ৰিটমেণ্ট বহুৱাইছিল যদিও সেই ৱাটাৰ ট্ৰিটমেণ্টটো কাৰ্যক্ষম নহ'ল। আণ্ডাৰ গ্ৰাউণ্ড মাইনিঙেৰে কয়লা খননত প্ৰদূষণ কিছু নিয়ন্ত্ৰণ হয় যদিও টিৰাপ আৰু টিককত বৰ্তমান যি গতিত কয়লাৰ মুক্ত খনন চলিছে সেই প্ৰক্ৰিয়াই সমগ্ৰ মাৰ্ঘেৰিটা অঞ্চলৰ পৰিৱেশ দূষিত কৰি তুলিছে। জানিব পৰা মতে ৮০ দশকৰ শেষৰ ফালে ক'ল ইণ্ডিয়া লিমিটেডৰ একাংশ উচ্চ পদস্থ বিষয়াই গোপন বুজা-বুজিৰে বাহিৰৰ পৰা কেইবাটাও কোম্পানীক আমন্ত্ৰণ কৰি কয়লাৰ মুক্ত খনন কাৰ্য চলাবলৈ দিলে। শেহতীয়াকৈ অসমৰ পৃথানীয়েও আহি মাৰ্ঘেৰিটাৰ কয়লাৰ মুক্ত খননত অংশ লৈছে। বৰ্তমান কয়লাৰ মুক্ত খনন কাৰ্যত নেশ্যনেল মাইনিং কোম্পানী, এছ. এম. পি.এল. উজ্বল ট্ৰেন্সপৰ্ট এজেঞ্চী আৰু পৃথানীৰ ব্ৰহ্মপুত্ৰ কনচৰটিয়াম লিমিটেডে ১২ ঘণ্টাকৈ দুটা শ্বিফটত দিনে নিশাই কয়লাৰ মুক্ত খনন কাৰ্য চলাইছে। স্থানীয় ৰাইজে অভিযোগ কৰাৰ মতে মুক্ত খননৰ পৰা অঞ্চলটোৰ পৰিৱেশ বিনষ্ট হোৱাৰ বাবে মুক্ত খনন কৰিবলৈ কোনো লোক ইচ্ছুক নোহোৱাত বাহিৰৰ কোম্পানীসমূহে খনন কাৰ্য চলাবলৈ ৰাজ্যৰ বাহিৰৰ বহুলোক আমদানি কৰিছে। কয়লা মুক্ত খনন

কৰাৰ ফলত খনন স্থলীত বৃহৎ এচিডযুক্ত পানীৰে পুখুৰী সৃষ্টি হয়। এই বিষাক্ত এচিড যুক্ত পানীসমূহ পাম্পিং কৰি বাহিৰত এৰি দিয়াৰ ফলত অঞ্চলটোৰ খেতি পথাৰ দূষিত কৰিছে। টিৰাপৰ সমীপৱৰ্তী খেতি-পথাৰৰ উপযোগী অঞ্চলসমূহ অনুৰ্ব্বৰ হৈ পৰিছে। টিৰাপ অঞ্চলৰ চিপে গাঁও, ৰদ গাঁও আদিৰ খেতি-পথাৰসমূহ বিষাক্ত এচিড যুক্ত পানীয়ে দূষিত কৰি তুলিছে। মুক্ত খননৰ ফলত টিককৰ মালৌ গাঁও ভূমিস্খলন হৈ বহি গৈছে। অঞ্চলটোৰ বনাঞ্চলসমূহত প্ৰদূষণৰ প্ৰভাৱ পৰি বন্য জীৱ-জন্তু সমূহৰ জীৱনৰ প্ৰতি ভাবুকিৰ সৃষ্টি কৰিছে। বিশেষকৈ ব্লাষ্টিঙৰ জোকাৰণিৰ ফলত দাঁতি কাষৰীয়া বনাঞ্চলৰ বন্য-প্ৰাণীৰ বিচৰণত বাধাৰ সৃষ্টি হৈছে। কয়লাৰ মুক্ত খননৰ ফলত অঞ্চলটোৰ প্ৰাকৃতিক ভাৰসাম্য বিনষ্ট হোৱাৰ পাছতো প্ৰদূষণ নিয়ন্ত্ৰণ বৰ্ডৰ কোনো কাণসাৰ নাই। মন কৰিবলগীয়া যে পৰিৱেশ বিনষ্ট হোৱা অঞ্চলটোত সামাজিক বনানীকৰণৰো কোনো ব্যৱস্থা নাই। স্থানীয় ৰাইজে অভিযোগ কৰা মতে মাজে-সময়ে প্ৰদূষণ নিয়ন্ত্ৰণ বৰ্ডৰ লোক আহে যদিও ক'ল ইণ্ডিয়াৰ কাৰ্যালয়ৰ শীত-তাপ নিয়ন্ত্ৰণকক্ষত বহি ভিতৰুৱা বুজা-বুজিৰে আলোচনা কৰি যায়গৈ। অঞ্চলটোৰ পৰিৱেশ বিনষ্ট হোৱাৰ পিছতো জাতীয় সংগঠনসমূহে এই সন্দৰ্ভত মাত নমতাও ৰহস্যজনক।

দৈনিক জনমভূমি১ আগষ্ট ২০০৬

# ডিব্ৰু চৈখোৱা ৰাষ্ট্ৰীয় উদ্যান

ডিব্ৰু-চৈখোৱা ৰাষ্ট্ৰীয় উদ্যান উজনি অসমৰ ডিব্ৰুগড় আৰু তিনিচুকীয়া জিলাৰ ৭৬৫ বৰ্গ কিলোমিটাৰ আগুৰা জৈৱ বৈচিত্ৰপূৰ্ণ উদ্যান। উদ্যানখন আৰ্দ্ৰভূমি ঘাঁহনি আৰু ঘন জংগলেৰে আগুৰা। বৃটিছৰ শাসন কালত ১৮৯০ চনত উক্ত বনাঞ্চলখন সংৰক্ষিত বনাঞ্চল হিচাপে ঘোষণা কৰিছে। ১৯২০ চনত এই বনাঞ্চলখন প্ৰথম সংযোজন ঘটোৱাৰ লগতে ১৯৩৩ চনত দ্বিতীয় সংযোজন ঘটোৱা হৈছিল। ১৯৮৬ চনত এই বনাঞ্চলৰ ৬৪০ বৰ্গ কিলোমিটাৰ অঞ্চলক লৈ ডিব্ৰু-চৈখোৱা বন্য প্ৰাণী অভয়াৰণ্য হিচাপে ঘোষণা কৰে। ১৯৯৯ চনত এই অভয়াৰণ্যখনৰ ৩৪০ বৰ্গ কিলোমিটাৰ ৰাষ্ট্ৰীয় উদ্যান হিচাপে ঘোষণা কৰাৰ লগতে ৪২৫ বৰ্গ কিলোমিটাৰ অঞ্চল বাফাৰ জ'ন অঞ্চল হিচাপে ৰখা হয়। ডিব্ৰু-চৈখোৱা ৰাষ্ট্ৰীয় উদ্যান ২৭° ৩০' উত্তৰৰ পৰা ২৭° ৪৫' অক্ষাংশ আৰু ৯৫° ১০' পূবৰ পৰা ৯৫° ৪৫' পূব দ্ৰাঘিমাংশত অৱস্থিত। সমুদ্ৰ পৃষ্ঠৰ পৰা ১১৮ কিলোমিটাৰ ওপৰত ৰাষ্ট্ৰীয় উদ্যানখন ৬০% পিতনি ২৫% কাঠনি আৰু ১৫% ঘাঁহনিৰে আবৰা। উদ্যানখনৰ মুল আকৰ্ষণ হ'ল দেও হাঁহৰ বিচৰণ ভূমি। অন্য এক আকৰ্ষণ ১৯৫০ বৰভূইঁকপৰ সময়ত উক্ত অঞ্চলত থকা কিছুমান ঘৰচীয়া ঘোঁৰা আলাই-আথানি হৈ উক্ত বনাঞ্চলতখনত বিচৰণ কৰে। সেই ঘৰচীয়া ঘোঁৰাসমূহকে বৰ্তমান বনৰীয়া ঘোঁৰা হিচাপে আখ্যা দিয়া হয়। ভাৰতবৰ্ষৰ ভিতৰত ডিব্ৰু-চৈখোৱা ৰাষ্ট্ৰীয় উদ্যানতহে এনেধৰণৰ ঘোঁৰা দেখিবলৈ পোৱা যায়। ৰাষ্ট্ৰীয় উদ্যানখনে ডিব্ৰু নৈ আৰু ব্ৰহ্মপুত্ৰক সামৰি এক বিস্তৃত এলেকা আগুৰি আছে।

ডিব্ৰু-চৈখোৱা জৈৱ বৈচিত্ৰপূৰ্ণ প্ৰাকৃতিক সৌন্দৰ্যৰে মনোমোহা এখন আকৰ্ষণীয় ৰাষ্ট্ৰীয় উদ্যান। বিৰল প্ৰজাতিৰ বন্যপ্ৰাণী, হলৌ বান্দৰ, লাজুকী বান্দৰ, শিহু, নাহৰ ফুটুকী, লতামাকৰি, গোধা ফুটুকী আদি বাঘ, বনৰীয়া ম'হ, হাতী, ভালুক, পহু আদিৰ বিচৰণ ভূমি। তদুপৰি ধনেশ, হুদু, তেলিয়া হাৰেং, হাড়ঘিলা, শৰালি, বৰটোকোলা আদি ২৫০ টাতকৈ অধিক বন্যপক্ষী পোৱা যায়। ৰাষ্ট্ৰীয় উদ্যানখনৰ দীঘলতৰং কঠালবাম, কলজী, ৰাইদাং, শুভা, আদি বনৰক্ষী শিবিৰত ২২ জন বনৰক্ষী আৰু ১৩ জন বনপালক আছে। ৰাষ্ট্ৰীয় উদ্যানখনৰ গুইজান আৰু চৈখোৱা ৰেইঞ্জ দুটাত এক বিস্তৃৰ্ণ অঞ্চল বছৰ বছৰ ধৰি বেদখলৰ কবলত পৰাত উদ্যানখনৰ মাটিকালি হ্ৰাস পাইছে। স্থানীয় ৰাইজে এই লেখকক জনোৱা মতে ১৯৫৭ চমত ডিব্ৰু-চৈখোৱা বনাঞ্চলত লাইকা আৰু দধিয়া নামৰ দুখন বন গাঁৱত প্ৰায় ১২০ ঘৰ

লোক আছিল। বৰ্তমান লাইকাতে লাইকা ফাঁচি দিয়া, লাইকা ৰিগবি, লাইকা পমুৱা নামত তিনিখন গাঁৱত ৭৩০ টা পৰিয়াল আছে। সেইদৰে দধিয়াক দধিয়া-কুলি গাঁও, দধিয়া-মাহমৰা, দধিয়া-চাৰিসুঁতি আৰু দধিয়া-টেঙাবাৰী নামৰ চাৰিখন গাঁৱত মুঠ ৮২০ টা পৰিয়াল আছে। পূৰ্বৰ তিনিচুকীয়া-জোনাই ৰাষ্ট্ৰীয় পথ বৰ্তমান গুইজানৰ পৰা লাইকালৈ ১২ কিলোমিটাৰ পথছোৱা অস্তিত্বহীন হৈ এটা নলালৈ ৰূপান্তৰিত হ'ল। মন কৰিবলগীয়া যে তিনিচুকীয়া পৰা গুইজানলৈ ১০ কিলোমিটাৰ পথ। ডিব্ৰু-চৈখোৱা ৰাষ্ট্ৰীয় উদ্যানৰ নদীসমূহৰ দিশ পৰিৱৰ্ত্তনৰ ফলত নতুন নতুন চাপৰিৰ সৃষ্টি হৈছে। অঞ্চলটোৰ গৰু-ম'হৰ খুটিত প্ৰায় ৬ হেজাৰ গৰু-ম'হ আছে। ডিব্ৰু আৰু ডাঙৰী নদীৰ অসংখ্য সৰু সৰু সুঁতিয়ে অঞ্চলটোত যাতায়তৰ বাবেও এক আহুকলীয়া পৰিস্থিতিৰ সৃষ্টি কৰিছে। বৰ্তমান লাইকালৈ ২ ৰ পৰা ৩ ঘণ্টালৈ নাৱত যোৱাৰ লগতে প্ৰায় ৭ কিলোমিটাৰ পথ পদ যাত্ৰা কৰিব লাগে। ৰাষ্ট্ৰীয় উদ্যানৰ অজ্ঞাত জনাঞ্চল হোৱা বাবে প্ৰায় ৬ হেজাৰ জনসংখ্যাৰ অঞ্চলটোত চৰকাৰৰ কোনো উন্নয়ণ মূলক আঁচনি নাই। উল্লেখযোগ্য যে ৰাজ্যখনৰ পূৱ সীমাত ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে অৱস্থিত ডিব্ৰু-চৈখোৱা প্ৰকৃতিয়ে এক বিচিত্ৰ পৰিৱেশ সৃষ্টি কৰিছে। সেয়েহে অঞ্চলটোত জনসাধাৰণে জীৱন যাপন কৰাত প্ৰকৃতিৰ বিৰুদ্ধে এক সংগ্ৰাম কৰি আহিছে। প্ৰতিবছৰে ডিব্ৰু আৰু ডাঙৰী নদীৰ বানপানী আৰু খহনীয়াই আঞ্চলটোৰ জনজীৱন ব্যতিব্যস্ত কৰি তোলে। ৰাষ্ট্ৰীয় উদ্যানৰ বন্যপ্ৰাণীৰ লগতে অঞ্চলটোত বসবাস কৰা জনসাধাৰণে সেয়েহে প্ৰকৃতিৰ লগত এক সংঘাত কৰি দিন কটাই আহিছে। কেন্দ্ৰীয় পৰিৱেশ আৰু বনমন্ত্ৰালয়ে ১৯৯৯ চনতে ডিব্ৰু-চৈখোৱা ৰাষ্ট্ৰীয় উদ্যান হিচাপে ঘোষণা কৰে যদিও অসম চৰকাৰৰ বন বিভাগে ৰাষ্ট্ৰীয় উদ্যানৰ সীমা নিৰ্দ্ধাৰণ কৰি জনাঞ্চলসমূহ ৰাষ্ট্ৰীয় উদ্যানৰ পৰা বাদ নিদিয়াৰ পৰিপ্ৰেক্ষিতত অঞ্চলটোৰ ৰাইজে সকলো ফালৰ পৰা বঞ্চিত হোৱাৰ লগতে ৰাষ্ট্ৰীয় উদ্যানখনৰ বন্যপ্ৰাণী সংৰক্ষণতো বাধা আহি পৰিছে। তিনিচুকীয়া বন্যপ্ৰাণী সংমণ্ডলৰ অধীনত থকা ৰাষ্ট্ৰীয় উদ্যাখনৰ সংৰক্ষণৰ বাবেও অসম চৰকাৰে একেবাৰেই অৱহেলা কৰি আহিছে। এই লেখকে ৰাষ্ট্ৰীয় উদ্যানখন পৰিভ্ৰমণ কৰোতে উক্ত বন্যপ্ৰাণী সংমণ্ডলৰ কাৰ্যালয়ত মুখ্য সহায়ক আঞ্চলিক বিষয় আদি নোহোৱাকৈ কাৰ্যালয় চলি আছে বুলি জানিব পাৰে। স্থানীয় ৰাইজে ৰাষ্ট্ৰীয় উদ্যানখনৰ সংৰক্ষণৰ বাবে বন বিভাগৰ যি আন্তগাঁথনি থাকিব লাগে সেইয়া নাই বুলি জানিবলৈ দিয়ে। ৰাষ্ট্ৰীয় উদ্যানখনতে থকা জনসাধাৰণৰ বাবেও চৰকাৰে কোনো জনকল্যাণমূলক আঁচনি গ্ৰহণ নকৰাত অঞ্চলটোৰ ৰাইজ সকলো ফালৰ পৰা বঞ্চিত হৈ আছে।

# দীপৰ বিল আজিও সংৰক্ষিত নহ'ল

গুৱাহাটী চহৰৰ পৰা প্ৰায় ১০ কিলোমিটাৰ নিলগৰ দীপৰ বিল অসমৰ প্ৰথমখন বনৰীয়া পক্ষী অভয়াৰণ্য হিচাপে ১৯৮৯ চনত চৰকাৰে ঘোষণা কৰে। দীপৰ বিল ২৬° ০৫' উঃ অক্ষাংশ ৯১° ৪২' পূৱ দ্ৰাঘিমাংশৰ মাজত অৱস্থিত। উত্তৰে জালুকবাৰী পাহাৰ দক্ষিণে ৰাণী গড়ভঙা সংৰক্ষিত বনাঞ্চল, পূৱে ভৰলু আৰু পশ্চিমে কালমণি নদী। দীপৰ বিলৰ কাষেৰে বৈ গৈছে মহাবাহু ব্ৰহ্মপুত্ৰ। দীপৰ বিলে গুৱাহাটীৰ কৃত্ৰিম বানপানী পৰিশোধিত কৰাৰ লগতে ব্ৰহ্মপুত্ৰক প্ৰদূষণৰ পৰা মুক্ত কৰি ৰখাত সহায় কৰিছে। দীপৰ বিল এক আন্তৰাষ্ট্ৰীয় গুৰুত্বপূৰ্ণ জলাশয় বুলি চিহ্নিত হোৱাৰ লগতে ভাৰতবৰ্ষৰ ১৫ খন ৰাষ্ট্ৰীয় জলাশয়ৰ ভিতৰতে ইয়াৰ স্থান আছে। আন্তৰ্জাতিক পৰিৱেশ সংগঠন 'বাৰ্ড লাইফ ইণ্টাৰ নেশ্যনেলে' দীপৰৰ বিল এখন বনৰীয়া পক্ষী আবাস বুলি চিনাক্ত কৰিছে। বহু হাজাৰ মাইল পৰিভ্ৰমী চৰাইৰ জাক দীপৰ বিললৈ আহে। এই পৰিভ্ৰমী চৰাইবোৰ অক্টোবৰ মাহৰ পৰা মাৰ্চ-এপ্ৰিললৈকে প্ৰায় সমগ্ৰ শীতকালটো দীপৰ বিলত থিতাপি লয়হি। প্ৰতিবছৰে বিলখনলৈ অহা চৰাইৰ বৃহৎ সংখ্যক জাকবোৰক প্ৰত্যক্ষ কৰি চৰকাৰে বিলখনক পক্ষী অভয়াৰণ্য হিচাপে স্বীকৃতি দিছিল। সমগ্ৰ শীতকালটো দীপৰ বিলত ভিৰ কৰিছিলহি দেশী-বিদেশী পৰ্যটক, প্ৰকৃতিবিদ আৰু জীৱ বিজ্ঞানীৰ দলে।

দীপৰ বিলত এতিয়ালৈকে প্ৰায় ১৭০ টা প্ৰজাতিৰ চৰাই চিনাক্ত কৰিছে। হাড়ঘিলা, বৰটোকোলা, ভেলা, বনৰীয়া ৰাজহাঁহ, শৰালি হাঁহ, পানীকাউৰী, কাম চৰাই, বালিমাহী, ৱাক চৰাই, চিলনী, সোণালী প্ল'ভাৰ আদি বিৰল প্ৰজাতিৰ চৰাইৰ আবাসভূমি দীপৰ বিল। ইয়াৰ উপৰিও বিভিন্ন প্ৰজাতিৰ মাছ-কাছ দীপৰ বিলত পোৱা যায়। দীপৰ বিলত জলজ উদ্ভিদৰ লগতে এক বিস্তৃত অঞ্চলত গজা ঝাৰণিয়ে সৌন্দৰ্য গঢ়ি তোলে। দীপৰ বিললৈ বহু বন্য প্ৰাণী পানী খাবলৈ আহে। বিশেষকৈ ৰাণী গড়ভঙা সংৰক্ষিত বনাঞ্চল আৰু মেঘালয়ৰ খাচি পাহাৰৰ নামনি অঞ্চলত বিচৰণ কৰা বনৰীয়া হাতীয়ে দীপৰ বিলৰ পানী

খায়। তাৎপৰ্যপূৰ্ণ বিষয় যে, এই দীপৰ বিলৰ দৰে এখন গুৰুত্বপূৰ্ণ জলাশয় এক ন্যস্ত স্বাৰ্থ মহলৰ উচতনিত ২০০২ চনত চৰকাৰে দীপৰ বিলৰ ৪.১৪ বৰ্গ কিলোমিটাৰ প্ৰস্তাৱিত বন্য অভয়াৰণ্যখন বাতিল কৰিবলৈ যো-যা কৰে। অসম চৰকাৰৰ এনে অদূৰদৰ্শী মনোভাবৰ বিষয়ে এই লেখকে জানিব পাৰি প্ৰকৃতিবিদ ড° পদ্মেশ্বৰ গগৈ, ড° আনোৱাৰউদ্দিন চৌধুৰী, প্ৰণয় বৰদলৈ, বিভৱ তালুকদাৰ, মলয় বৰুৱা, সৌম্যদ্বীপ দত্ত, সংগীতা গোস্বামী আদিক জনোৱাৰ লগতে উক্ত বৰ্ষৰ ২৯ জুলাই দৈনিক জনমভূমিৰ প্ৰথম পৃষ্ঠাত এক বাতৰি পৰিৱেশন কৰে। উক্ত বাতৰি পৰিৱেশনৰ পাছতে পৰিৱেশ সংগঠন সমূহে কটু ভাষাৰে চৰকাৰক সমালোচনা কৰাৰ পাছত পুনৰ চৰকাৰে অভয়াৰণ্য বাতিলৰ সিদ্ধান্ত স্থগিত ৰাখিবলৈ বাধ্য হয়। পক্ষী অভয়াৰণ্য হিচাপে স্বীকৃতি দিয়া হ'ল যদিও দীপৰ বিলৰ আন্তঃগাঁঠনি উন্নত কৰিবলৈ চৰকাৰৰ তৰফৰ পৰা একো ব্যৱস্থা কৰা নহ'ল। যাতায়ত, যোগাযোৰ ক্ষেত্ৰত এতিয়াও সু-ব্যৱস্থা নথকা এই পক্ষী অভয়াৰণ্যত নাই কোনো বনৰক্ষীৰ দল। ইপাৰৰ পৰা সিপাৰলৈ ক'তো গছ-গছনি ৰোপণ কৰা হোৱা নাই। ফলত দূৰ-দূৰণিৰ পৰা অহা পক্ষীসমূহ জিৰণি ল'বলৈ গছৰ অভাৱ। গছৰ পৰিৱৰ্তে পক্ষী অভয়াৰণ্যখনত চোৰাং মাছ ব্যৱসায়ীয়ে এক ভাবুকিৰ সৃষ্টি কৰিছে। বন বিভাগে বিলখন বছৰেকীয়া হিচাপত মাছ ধৰিবলৈ মহলদাৰক অনুমতি দিয়ে। ফলত বিলৰ সমগ্ৰ জলৰাশি মাছমৰীয়াৰ নাৱেৰে উত্তাল কৰি ৰাখে। চৰাই তথা অন্যান্য জলচৰ প্ৰাণীসমূহৰ জীৱন নিৰ্বাহৰ বাবে এক সমস্যা আহি পৰিছে। চোৰাং কাঠ বেপাৰীয়েও কাঠ কাটি নাৱেৰে বোজাই কৰি বিলৰ মাজেদিয়েই পৰিভ্ৰমণ কৰে। দীপৰ বিলৰ বাবে অন্য এক গুৰুত্বপূৰ্ণ সমস্যা হৈছে কাষেৰে যোৱা ৰে'ল লাইনটো। উক্ত ৰেল আলিৰ দুয়োকাষে গছ পুলি ৰোপণ কৰাটো অতীৱ গুৰুত্বপূৰ্ণ হৈ পৰিছে। বিলখনত মাছ ধৰাটো নিষিদ্ধ কৰাটো সম্প্ৰতি অতিকে জৰুৰী হৈ পৰিছে। চৰকাৰে দীপৰ বিলক গুৰুত্ব দি পূৰ্ণ পৰ্যায়ত অভয়াৰণ্য ঘোষণা কৰিব লাগিছিল যদিও একাংশ স্বাৰ্থম্বেষীৰ প্ৰৰোচনাতে আজিও অৱহেলিত হৈয়ে আছে আৰু ইয়াৰ বিপৰীতে বিলখনত চলিব ধৰা বেদখলে জলাশয় সংকুচিত কৰি আনিব ধৰিছে যদিও চৰকাৰৰ অনিহাৰ বাবেই আজি দীপৰ বিল বিপন্নৰ পথত।

# বনৌষধি উদ্ভিদ সংৰক্ষণত ডিফুৰ ৰিক্ৰিয়েশ্বন পাৰ্ক

প্ৰকৃতিৰ ওপৰত অহৰহ জীৱশ্ৰেষ্ঠ মানৱে চলাই অহা ধ্বংস কাৰ্যৰ ফলত বিশ্বৰ পৰা বহু সংখ্যক প্ৰজাতিৰ দুষ্প্ৰাপ্য বনৌষধি উদ্ভিদ বিলুপ্ত হ'ব ধৰিছে। সমগ্ৰ বিশ্বত বনৌষধিৰ চাহিদা বৃদ্ধি পোৱাত উত্তৰ পূৰ্বাঞ্চলৰ বনৌষধি উদ্ভিদসমূহৰ গুৰুত্ব বৃদ্ধি পাইছে। উত্তৰ পূৰ্বাঞ্চলৰ পৰা দৈনিক ঔষধি আৰু সুগন্ধি উদ্ভিদৰ চোৰাং ব্যৱসায় চলাই থকাত জৈৱ বৈচিত্ৰ্যত চৰম আঘাত হানিছে। প্ৰকৃতিৰ বুকুৰ পৰা বিলুপ্ত হ'বলৈ ধৰা বনৌষধি উদ্ভিদসমূহ সংৰক্ষণৰ বাবে কাৰ্বি আংলং জিলাই এক বলিষ্ঠ পদক্ষেপ গ্ৰহণ কৰিছে। ডিফু চহৰৰ পৰা ৫ কিলোমিটাৰ নিলগৰ চুতীয়ানলাত ডিফু মাঞ্জা পথৰ কাষত প্ৰায় ১৫ হেক্টৰ অঞ্চলৰে আবৰা আটকধুনীয়াকৈ 'ৰিক্ৰিয়েশ্বন পাৰ্ক' নামৰ এখন বনৌষধি উদ্যান নিৰ্মাণ কৰিছে। উল্লেখযোগ্য যে উত্তৰ পূৰ্বাঞ্চলৰ ভিতৰত কাৰ্বি আংলং জিলাৰ বহুসংখ্যক দুষ্প্ৰাপ্য বনৌষধি উদ্ভিদ পোৱা যায়। কাৰ্বি আংলঙৰ বনাঞ্চলত এনে কিছুমান উদ্ভিদ আছে যিবোৰ উদ্ভিদ বিশ্বৰ কোনো বানাঞ্চলতে পাবলৈ নাই। ১৯৯৮ চনত ডিফুৰ বনবিভাগে জিলা পৰিষদৰ সহযোগত এক পৰীক্ষামূলক-ভাৱে ৰিক্ৰিয়েশ্বন পাৰ্কত এখন নাৰ্চাৰি খুলি জিলাখনৰ বনাঞ্চলসমূহৰ পৰা ২০০ বিধ বনৌষধি গছ ৰোপণ কৰে। ইয়াৰ পাছত উজনি অসমৰ কেবাখনো বনাঞ্চলৰ পৰা বহু সংখ্যক বনৌষধি গছপুলি আনি ৰোপন কৰাৰ লগতে অৰুণাচল প্ৰদেশৰ পৰা কেবাবিধো দুষ্প্ৰাপ্য প্ৰজাতিৰ উদ্ভিদৰ গছ পুলি আনি উদ্যানখনত ৰোপণ কৰে। বৰ্তমান উদ্যানখনত প্ৰায় ৫৫০ বিধ বনৌষধিৰ দুষ্প্ৰাপ্য উদ্ভিদ আছে। চন্দন,আগৰ, বাঘনলা, হামফু, টেক্সাছ, ব্যাকাটা, কুইনাইন, গাথিয়ন, ভূমিচম্পা, সৰ্পগন্ধা, চুকচিনি, শতমূল, তিতামূল, বিভিন্ন প্ৰজাতিৰ বাহ গছকে ধৰি বহু দুষ্প্ৰাপ্য উদ্ভিদ আছে। টেক্সাছ ব্যাকাটা নামৰ উদ্ভিদৰ পৰা কেন্সাৰ ৰোগৰ দৰব প্ৰস্তুত কৰা হয়। ইয়াৰ মূল্য আন্তঃ

ৰাষ্ট্ৰীয় বজাৰত বহু কোটি টকা। ঠিক সেইদৰে হামফু গছৰ পৰা ঔষধ প্ৰস্তুত কৰাৰ লগতে হামফু গছৰ ফল বিক্ৰী কৰি আৰ্থিক দিশত লাভৱান হ'ব পাৰি। বৰ্তমান ৰিক্ৰিয়েকচ্‌ন পাৰ্কলৈ দৈনিক জনসমাগম ঘটিব ধৰিছে। দৰ্শনাৰ্থীৰ বাবে পাৰ্কখনত বটিং কৰাৰ ব্যৱস্থা আছে। প্ৰতিদিনে বিয়লি ২.০০ বজাৰ পৰা ৫ বজালৈ আৰু ৰবিবাৰ দিনা পুৱা ৯.০০ বজাৰ পৰা ৫.০০ লৈ দৰ্শনাৰ্থীৰ বাবে পাৰ্কখন খোলা থাকে। মানৱ জাতিৰ জীৱন ৰক্ষা কৰা দুষ্প্ৰাপ্য প্ৰজাতিৰ বনৌষধি উদ্ভিদ সমূহ সংৰক্ষণৰ বাবে সমগ্ৰ বিশ্বই বৈজ্ঞানিক ভিত্তিত বনৌষধি উদ্যান গঢ়িবলৈ লৈছে। বিশ্বস্বাস্থ্য সন্থাৰ মতে পৃথিৱীৰ ৮০% মানুহ বনৌষধিৰ ওপৰত নিৰ্ভৰশীল। ৰাষ্ট্ৰসংঘৰ সাধাৰণ পৰিষদে বিগত ২০০২ বৰ্ষত আন্তৰাষ্ট্ৰীয় জৈৱ পৰ্যটন বৰ্ষ হিচাপে ঘোষণা কৰি বিশ্বৰ জৈৱ বিচিত্ৰতা আৰু প্ৰাকৃতিক পৰিৱেশ সংৰক্ষণত গুৰুত্ব দিছে। মানুহে আজি বনৌষধি উদ্ভিদৰ গুণাগুণৰ বিষয়ে জনাৰ পিছতো বনৌষধি সংৰক্ষণত গুৰুত্ব দিয়া নাই। কাৰ্বিআংলং স্বায়ত্ব শাসিত পৰিষদে 'ৰিক্ৰিয়েশ্বন পাৰ্কত' দুষ্প্ৰাপ্য বনৌষধি সংগ্ৰহ কৰি এখন আটক-ধুনীয়া উদ্যান গঢ়ি তুলি এক প্ৰশংসনীয় কাম কৰিছে।

দৈনিক জনমভূমি
২৪/১০/২০০৩

# নামবিহীন জলপ্ৰপাত 'লাংচুন'

নীলা পাহাৰৰ শিলাৰাশিৰ মাজেৰে জিৰজিৰকৈ বৈ আহিছে এখন পাহাৰীয়া নৈ। নৈখনক কাকজান আৰু পাহাৰটোক কাকচাং নামে জনা যায়। নৈখন পাহাৰটোৰ পৰা প্ৰায় ১৭৫ ফুট তলত শিলাৰাশিৰ মাজেৰে থিয়ভাৱে শুকুলা দলিচা যেন হৈ ওপৰৰ পৰা তললৈ অহৰহ হৰ হৰ শব্দ কৰি জলপ্ৰপাতৰ সৃষ্টি কৰিছে। পৰ্যটকৰ আকৰ্ষণীয় অথচ দুৰ্গম পথৰ বাবে জলপ্ৰপাতৰ সৌন্দৰ্য উপভোগ পৰ্যটকে কৰিব পৰা নাই। বোকাখাট নগৰৰ পৰা ১৩ কিঃ মিঃ নিলগত এই পাহাৰীয়া অঞ্চলটো কাৰ্বি আংলং জিলাৰ অন্তৰ্গত। উক্ত জলপ্ৰপাতৰ ওপৰলৈ সৰু বৰ মিলি প্ৰায় সাতোটামান জলপ্ৰপাত আছে। পৰ্যটন নিগমে এই জলপ্ৰপাতবোৰলৈ পথ নিৰ্মাণ কৰি উলিয়ালে নিঃসন্দেহে কাজিৰঙালৈ অহা দেশী-বিদেশী পৰ্যটকক আকৰ্ষণ কৰিব পাৰিব। প্ৰকৃতিৰ সীমাহীন সৌন্দৰ্য উক্ত অঞ্চলৰ জলপ্ৰপাতৰ কথা জানিব পাৰি যোৱা ১৯৯৮ চনৰ ১৭ মাৰ্চত এই লেখকৰ লগত এটা সাংবাদিক দল ক্ৰমে বিকাশ শৰ্মা, নীলু আচাৰ্য, বুবুল দত্ত, মহেশ্বৰ  ৰবিদাস গৈছিল আৰু জলপ্ৰপাতটোলৈ পথ দেখুৱাই নিছিল ৰাজেশ কৰ্মকাৰ, অনন্ত দলে আৰু বিজয় পেগুৱে।

বোকাখাতৰ পৰা ৪ কিলোমিটাৰ দূৰৈৰ গাড়ীৰে অতিক্ৰম কৰি কাৰ্বি গাঁও সৰু কাকচাঙত উপস্থিত হৈছিলো। সৰু কাকচাং গাঁৱৰ পৰা ৪ কিলোমিটাৰ পাহাৰৰ তলত ভৈয়ামৰ পথ পদযাত্ৰাৰে অতিক্ৰম কৰিছিলো। কাৰ্বি আংলঙৰ এই অঞ্চলটো প্ৰচুৰ কাক বাঁহেৰে ভৰপূৰ। পাহাৰত থকা বাঁহবোৰ তলৰ পৰা দেখাত চাং পাতি থোৱাৰ দৰে। কাকবাঁহেৰে আবৰা পাহাৰটো চাঙৰ দৰে দেখাৰ বাবে হয়তো অঞ্চলটোৰ ৰাইজে পাহাৰটোৰ নাম কাকচাং দিছিল। পাহাৰৰ নামনিৰ পথত এখন ডাঙৰ ধাননি পথাৰ অতিক্ৰম কৰিছিলো। খেতি চপোৱা পথাৰখনত চৰি ফুৰা গৰুবোৰৰ ডিঙিত বান্ধি থোৱা সৰু কাকবাঁহৰ চুঙাবোৰৰ পৰা এক মধুৰ শব্দ ভাহি আহিছিল। গৰু চৰাই ফুৰা কাৰ্বি ল'ৰা এজনৰ পৰা জানিব পাৰিলো যে  কাকবাঁহেৰে তৈয়াৰ কৰা তেওঁলোকৰ ভাষাত 'খৰকা'ৰ

সহায়ত পাহাৰৰ হাবি অঞ্চলৰ গৰু সোমালে খৰকাৰ শব্দৰ পৰা সহজে গৰু বিচাৰি উলিয়াব পাৰি। লাহে লাহে আমি অতিক্ৰম কৰিব ধৰিছিলো থিয় পাহাৰৰ ওপৰলৈ। বনৰীয়া জুৰিৰ শিলৰ ওপৰত থাকোঁতে শিলৰ মাজেৰে পানী বৈ অহা মনোমোহা দৃশ্য দেখি আমাৰ লগত যোৱা বুবুল দত্তই গান এফাকিকে গাবলৈ ধৰিলে 'শিলে শিলে ঠেকা খালে নিজৰাৰে পানী'। এইদৰে প্ৰায় ৫ কিলোমিটাৰ দুৰ্গম পাহাৰ অতিক্ৰম কৰি জলপ্ৰপাতটো দেখাৰ সৌভাগ্য ঘটিছিল। কি মনোমোহা দৃশ্য! ওপৰৰ পৰা বৈ অহা পানীৰ হৰহৰ শব্দই এক মনোৰম পৰিৱেশৰ সৃষ্টি কৰিছিল। ওপৰৰ পৰাই পানীৰ কণিকাই তিয়াই পেলাইছে চৌপাশৰ গছ-লতাবোৰ। জলপ্ৰপাতটোৰ ওচৰ চাপি যোৱাত এক চেঁচা বায়ুপ্ৰবাহৰ অনুভৱ হৈছিল। দলৰ সকলোৱে আলোচনা কৰি নামবিহীন এই জলপ্ৰপাতটোৰ নামকৰণ কৰে। কাৰ্বি আংলঙত অৱস্থিত বাবে কাৰ্বি ভাষাৰে 'লাংচুন' নামেৰে জলপ্ৰপাতটোৰ নামকৰণ কৰা হ'ল। কাৰ্বি ভাষাত লাং মানে পানী আৰু 'কেচুন' মানে ওখ ঠাইৰ পৰা নামি অহা। গতিকে জলপ্ৰপাতটোৰ নাম লাং আৰু কেচুনৰ সংযোজন কৰি 'লাংচুন' কৰা হ'ল। (আজিৰ বাতৰি, ২৮ মাৰ্চ ১৯৯৮)

কাৰ্বি আংলঙৰ এই নামবিহীন জলপ্ৰপাতটোৰ বিষয়ে অসম পৰ্যটন নিগমৰ সঞ্চালকলৈ পত্ৰ প্ৰেৰণ কৰাত সঞ্চালকে তলত দিয়া পত্ৰখনি এই লেখকলৈ প্ৰেৰণ কৰে।

Shri K. Goswami, IAS

GOVERNMENT OF ASSAM
DIRECTORATE OF TOURISM
ASSAM INDIA

D.O. No.DT-SUB/27/98./269
Date 23.4.98.

To,
Shri Ajurbi Ballav Goswami,
Local Correspondant,
'Ajir Batori'
Chandmari, Golaghat-785 621

Dear Shri Goswami,

It is indeed a pleasure to know that you, along with your other journalist friends have visited the hilly tracts namely 'Kakasang' of Karbi Anglong recently and successfully identified the beautiful waterfall of that area as 'Langsoon, whose hight as reported, is about 170 feets only You have also mentioned the shortest route ( 13 Kms. from Bokakhat Town) to reach that place and I hope Assam Tourism can easily include this place in its Tourists' map and also in its Kaziranga package. Thank you very much for your kind information suggestion and also for the beautiful photograph you have enclosed along with your letter. I must appreciate your such noble venture and hope you would be equally kind enough to extend more co-operation and help to promote Tourism in the state in near future also.

Looking forward to your valuable suggestions and active co-operation.

With regards
Yours,

24/4

# পৰিৱেশ সংৰক্ষণ

সমগ্ৰ বিশ্বই আজি পৰিবেশ সংৰক্ষণৰ ওপৰত গুৰুত্ব দিছে। জনসংখ্যা বিস্ফোৰণ ব্যাপক হাৰত গছ-গছনি কাটি ধ্বংস কৰাৰ ফলত জলবায়ুত বাৰুকৈ প্ৰভাৱ পৰিছে। প্ৰথম বিশ্বযুদ্ধৰ সময়ত ধ্বংস হৈ পৰা পৃথিৱীখন পুনৰ সংৰক্ষিত কৰিবৰ বাবে ড° ৰিচাৰ্ড চেণ্ট বাৰ্বি বেকাৰে পৰিৱেশ সংৰক্ষণৰ বাবে এক প্ৰচেষ্টা হাতত লয়। ৰিচাৰ্ডে ১৯২০ চনত কেনিয়াৰ ৯ হেজাৰ স্বেচ্ছাসেৱক লগত লৈ গছ পুলি ৰুবলৈ ধৰিছিল। ৰিচাৰ্ডৰ প্ৰকৃতি সুৰক্ষা ধ্বনি আছিল— গছ ৰোপন কৰি প্ৰকৃতিক সুৰক্ষা দিয়ক। ড° ৰিচাৰ্ডৰ প্ৰকৃতি সুৰক্ষা বিপ্লৱ সমগ্ৰ আফ্ৰিকাতে আৰম্ভ হোৱাৰ পিছত অন্যান্য দেশ ভাৰতবৰ্ষ আদিলৈ প্ৰসাৰ ঘটিছিল। জৈৱ বৈচিত্ৰ সংৰক্ষণৰ বাবে আফ্ৰিকাৰ ৱাংগাৰি মাথাই এক উল্লেখযোগ্য ভূমিকা পালন কৰিছে। তেওঁ দেশ বাসীক পৰিৱেশ সংৰক্ষণৰ বাবে সজাগতা কৰি এক কোটি গছ পুলি ৰোৱাৰ এক সংকল্প কৰিছে। মিউনিখ বিশ্ববিদ্যালয় আৰু নাইৰোবি বিশ্ববিদ্যালয়ত শিক্ষকতা কৰি পৰিৱেশ সংৰক্ষণৰ গুৰুত্বতাক পিছলৈ দেশখনৰ পৰিৱেশ দপ্তৰৰ মন্ত্ৰিত্বৰ দায়িত্ব লৈছিল। আজি সমগ্ৰ বিশ্বতে প্ৰকৃতিৰ ওপৰত মানৱ জাতিৰ অৱৰ্ণনীয় অত্যাচাৰ গছ-গছনিৰ ধ্বংস কাৰ্য চলি থকাত প্ৰায় ৬০ হেজাৰ প্ৰজাতিৰ গছ দুষ্প্ৰাপ্য হৈ পৰিছে বিশ্বৰ স্বাস্থ্য সন্থা WHO ৰ এক সমীক্ষাত বিশ্বৰ বহু প্ৰজাতিৰ গছ বৰ্তমান দুস্প্ৰাপ্য হৈ পৰিছে বুলি উল্লেখ কৰিছে। আজি সমগ্ৰ বিশ্বৰ ৮০ শতাংশ জনসাধাৰণ উদ্ভিদৰ পৰা তৈয়াৰী ঔষধৰ ওপৰত নিৰ্ভৰশীল। গছ-গছনি উদ্ভিদ আদিৰ ধ্বংসৰ ফলত বহু ঔষধ তৈয়াৰ কৰা উদ্ভিদৰ বিলুপ্তি ঘটিছে। গছ-গছনি ধ্বংসৰ ফলত আজি সমগ্ৰ বিশ্বত বাৰুকৈয়ে প্ৰভাৱ পৰিছে। আমেৰিকা, কানাডা আদি উদ্যোগৰ পৰা নিৰ্গত দূষিত গেছে এচিড বৰষুণৰ সৃষ্টি কৰিছে। গছ-গছনি কটাৰ ফলত এচিয়া মহাদেশৰ ফিলিপাইনছত ১৯৮৮ চনত হোৱা প্ৰবল ধুমুহাই হাজাৰ হাজাৰ মানুহৰ ঘৰ-দুৱাৰ ভঙাৰ উপৰি বহু মানুহৰ মৃত্যুৰ কাৰণ হৈ পৰিছে।

বিশ্বৰ পৰিৱেশ সংৰক্ষণৰ ওপৰত বহুকেইখন আন্তৰ্জাতিক চুক্তি আৰু সন্মিলন অনুষ্ঠিত হৈছে। ইয়াৰ ভিতৰত গুৰুত্বপূৰ্ণ পৰিৱেশ সংৰক্ষণৰ চুক্তি কেইখন হ'ল— ১৯০২ চনত পেৰিচত কৃষিৰ বাবে প্ৰাণী বিলাকৰ ৰক্ষা সংক্ৰান্ত

নীতি গ্ৰহণৰ চুক্তি। ১৯১১ চনত ৱাশ্বিংটনত নোমযুক্ত সিন্ধু-ঘোটক ৰক্ষা আৰু সংৰক্ষণ কৰা। ১৯৩১ চনত তিমি মাছ ধৰা নিয়ন্ত্ৰণ নীতি গ্ৰহণৰ চুক্তি। ১৯৪৫ চনত ৱাশ্বিংটনত পশ্চিম গোলাৰ্ধত প্ৰকৃতি সংৰক্ষণ আৰু বন্যপ্ৰাণী সংৰক্ষণ, ১৯৪৭ চনত ৱাশ্বিংটনত আন্তৰ্জাতিক জলবায়ু সংস্থাৰ নীতি গ্ৰহণ। ১৯৪৮ চনত জেনেভা আন্তৰ্জাতিক সামুদ্ৰিক বাণিজ্য নীতি গ্ৰহণ। ১৯৫৪ চনত লণ্ডনত সমুদ্ৰ তেল প্ৰদূষণমুক্ত ৰখাৰ বাবে আন্তৰ্জাতিক কনভেশ্বন, ১৯৫৯ চনত ৱাশ্বিংটনত কুমেৰু চুক্তি। ১৯৭২ চনত ষ্টকহোমত মানৱ পৰিবেশ সংক্ৰান্ত ৰাষ্ট্ৰসংঘ সন্মিলমৰ ঘোষণা পত্ৰ।

১৯৭২ চনৰ উক্ত পৰিৱেশ সন্মিলনৰ প্ৰস্তাৱ অনুসৰি সমগ্ৰ বিশ্বই ৫ জুনৰ দিনটোত বিশ্ব পৰিৱেশ দিৱস হিচাপে উদ্‌যাপন কৰি অহা হৈছে। ষ্টকহম সন্মিলনৰ আলোচনাতে অনুষ্ঠিত হৈছিল United nations Enviroment Programme (UNEP)। ইয়াৰ কাৰ্যালয় নাইৰোবিত স্থাপন কৰা হৈছিল। সেই সময়ৰ পৰাই বিশ্বৰ প্ৰতিখন দেশতে পৰিবেশ বিষয়টো মন্ত্ৰনালয়ৰ দপ্তৰ হিচাপে চিহ্নিত হয়। পৰিৱেশৰ ক্ৰমবৰ্ধমান অৱনতি হৈ থকাৰ বাবে ১৯৮৯ চনত ৰাষ্ট্ৰসংঘৰ সাধাৰণ সভাই পৰিৱেশ আৰু বিকাশৰ ওপৰত আলোচনা কৰিবলৈ বিশ্ব সন্মিলন পতাৰ সিদ্ধান্ত লৈছিল। ১৯৯২ চনৰ ব্ৰাজিলৰ ৰিঅ' দা জেনেৰোত ৰাষ্ট্ৰসংঘৰ পৰিৱেশ আৰু বিকাশ সন্মিলন অনুষ্ঠিত হৈছিল। বৈজ্ঞানিক ন-ন আৱিষ্কাৰে মানৱ জাতিয়ে সভ্যতা আৰু বিকাশৰ বাবে প্ৰকৃতিৰ ওপৰত যি অত্যাচাৰ চলালে তাৰ ফলস্বৰূপে আজি বিশ্বৰ পৰিৱেশ বিপৰ্যয় হ'ল। কোটি কোটি বছৰ ধৰি সঞ্চিত হৈ থকা বিশ্বৰ খনিজ সম্পদসমূহ নিঃশেষ হৈ পৰিছে। যান-বাহন আদিত ব্যৱহাৰ হোৱা ইন্ধন আৰু নিৰ্গত হোৱা বিভিন্ন উদ্যোগসমূহৰ গেছে আজি বায়ুমণ্ডল প্ৰদূষণ কৰিছিল। ফলত বহু প্ৰজাতিৰ বন্যপ্ৰাণী, উদ্ভিদ লুপ্ত হৈছে কিছু আজি বিলুপ্তিৰ পথত। মুঠতে জীৱ জগতৰ অস্তিত্বৰ বাবে প্ৰয়োজনীয় সেউজ আৱৰণখন ক্ষীপ্ৰভাৱে সংকুচিত হৈ পৰিছে। ইয়াৰ ফলত বায়ুমণ্ডলখন অ'জন স্তৰৰ ক্ষয়ী হ'ব ধৰিছে। বনাঞ্চল সংৰক্ষণৰ বাবে গুৰুত্ব দি ২১ মাৰ্চৰ দিনটোত সমগ্ৰ বিশ্বই বিশ্ব বন দিৱস হিচাবে পালন কৰি আহিছে।

২০০৩ চনৰ ৱৰ্ল্ড কনজাৰভেশ্যন ইউনিয়নে চলোৱা এক সমীক্ষাত বিশ্বৰ ৪০ হাজাৰ জীৱৰ ভিতৰত ১২ হাজাৰ জীৱ প্ৰজাতিৰ অস্তিত্ব আজি বিপন্ন হৈ পৰিছে। ক্ৰম বিৱৰ্তন, অভিযোজন, উৎপৰিৱৰ্তন, সংৰক্ষণ আদিৰ বাবে মানুহে জগতখন অন্য জীৱৰ বসবাসৰ বাবে উপযোগী কৰি তুলিলেহে জীৱৰ বিচিত্ৰতা ৰক্ষাত সম্ভৱ হ'ব। উল্লেখযোগ্য যে ভাৰতবৰ্ষত পানী ক্ৰমাৎ

হ্ৰাস পাইছে। টাটা এনাৰ্জি ৰিচাৰ্ছ্ ইন্‌ষ্টিটিউটৰ প্ৰতিবেদনৰ মতে ভাৰতবৰ্ষত বিগত ৫০ বছৰত বিশুদ্ধ পানীৰ পৰিমাণ ৬ হাজাৰ নিযুত কিউবিক মিটাৰৰ পৰা ২,৩০০ নিযুত কিউবিক মিটাৰ পানী হ্ৰাস পাইছে। জানিব পৰা মতে বিশ্বৰ এক তৃতীয়াংশ লোকেই খোৱা পানীৰ অভাৱত ভুগিছে। এনেদৰে থাকিলে ২০২৫ চনৰ ভিতৰত বিশুদ্ধ পানীৰ পৰিমাণ কমি দুই তৃতীয়াংশলৈ হ্ৰাস পাব। সমগ্ৰ বিশ্বতে বিশুদ্ধ খোৱা পানীৰ পৰিমাণ কমাক লৈ ৰাষ্ট্ৰসংঘই উদ্বিগ্নতা প্ৰকাশ কৰিছে। জনসংখ্যাৰ বিস্ফোৰণৰ বাবে পানীৰ নাটনিয়ে দেখা দিছে। ১৯৫৩ চনত বিশ্বৰ জনসংখ্যা ২.৫ বিলিয়ন আছিল। বৰ্তমান বিশ্বৰ জনসংখ্যা ৬ বিলিয়ন। ২০২৫ চনত ৮.৯ বিলিয়ন হোৱাৰ সম্ভাৱনা আছে।

জলবায়ুৰ দ্ৰুত পৰিৱৰ্তনক লৈয়ো সমগ্ৰ বিশ্ববাসী চিন্তিত হৈ পৰিছে। আমেৰিকাৰ বিজ্ঞানীসকলে বিশ্বৰ উষ্ণতা বৃদ্ধি আৰু জলবায়ুৰ ব্যাপক পৰিৱৰ্তনক গুৰুত্ব সহকাৰে লৈ পৰীক্ষা-নিৰীক্ষা চলাইছে। 'নাছা'ৰ জলবায়ু বিশেষজ্ঞ জেমছ্ হেনছেনৰ মতে বিশ্বৰ উষ্ণতা বৃদ্ধিৰ ফলত অৱশ্যম্ভাৱী বিপদ ৰোধ কৰিবলৈ দহ বছৰহে আছে। গ্লবেল ৱাৰ্মিং অৰ্থাৎ বিশ্বজোৰা উষ্ণতা বৃদ্ধিৰ ফলত বিশ্বত এক মহাপ্ৰলয় ঘটিব। উল্লেখযোগ্য যে বাৰ মাহে বৰফেৰে আবৃত হৈ থকা 'আৰ্কটিক' অঞ্চলত উষ্ণতা বৃদ্ধিয়ে ব্যাপক হাৰত বৰফ গলিবলৈ ধৰিছে। সূৰ্যৰ প্ৰখৰতা কমাবলৈ বিজ্ঞানীয়ে চিন্তা-চৰ্চা কৰিছে। গ্ৰীণহাউচৰ গেছৰ অপপ্ৰভাৱ নিষ্ক্ৰিয় কৰিবলৈ গৱেষণা চলিছে। আৰ্কটিকৰ বৰফ গলি ২১০৫ চনত একো নাথাকিব বুলি বিজ্ঞানীসকলে মত প্ৰকাশ কৰিছে। বৰফ মুক্ত হ'লে মিথেন আদি গ্ৰীণ হাউচ গেছে বায়ুমণ্ডলত অধিক উষ্ণতা বৃদ্ধি কৰিব। ফলত বিশ্বত সঘনাই ঘটিব জলবায়ুৰ পৰিৱৰ্তন। ১৯৭০ চনৰ ২২ এপ্ৰিলত আমেৰিকাই বিশ্ব জগতখন সুৰক্ষাৰ বাবে ধৰত্ৰী দিৱস উদ্‌যাপন কৰে। ধৰত্ৰী দিৱসৰ মুল লক্ষ্য আছিল বিশ্বৰ জীৱজগত পানী আৰু বায়ু প্ৰদূষণৰ লগতে বিপন্ন জৈৱ বৈচিত্ৰ্য সংৰক্ষণ কৰা। বাৰ্জিলত ১৯৯০ চনত বিশ্বৰ বিভিন্ন প্ৰান্তৰ পৰা অহা পৰিৱেশ কৰ্মীৰ সহযোগত ধৰিত্ৰী সন্মিলন অনুষ্ঠিত হৈছিল। ২০০০ চনৰ ২২ এপ্ৰিলত বিশ্বৰ বিভিন্ন প্ৰান্তত পৰিৱেশ সংৰক্ষণৰ বিষয়ৰ ওপৰতে বিস্তাৰিত-ভাৱে 'ধৰিত্ৰী দিৱস' উদ্‌যাপিত হৈছিল।

বনজ সম্পদ সুৰক্ষাৰ বাবে উত্তৰ প্ৰদেশৰ চামেলি জিলাৰ গোপেশ্বৰত ১৯৭৩ চনত এক আন্দোলন হৈছিল। বনবিভাগে গাঢ়োৱাল অঞ্চলত গছ কটাৰ বাবে বনাঞ্চলত ঠিকাদাৰ নিয়োগ কৰিছিল। বৃহৎ পৰিমাণৰ বনাঞ্চল ধ্বংসৰ ফলত গাঢ়োৱালত ভূমিস্খলত হৈ বিস্তৰ ক্ষতি সাধন হৈছিল। বহু গাঁও

ভূমিস্খলনৰ ফলত নিশ্চিহ্ন হৈ পৰে। গাঢ়োৱালৰ মহিলাসকলে অৰণ্য ৰক্ষাৰ বাবে এক আন্দোলন গঢ়ি তুলিলে। গছ কটা ঠিকাদাৰসকলক গছ নাকাটিবলৈ সাৱধান কৰি দিয়াৰ পাছতো ঠিকাদাৰসকলে গছ কাটিবলৈ চেষ্টা কৰাত এক ক্ষোভৰ উদ্‌গীৰণ হ'ল। গাঢ়োৱালৰ মহিলাসকলে বনাঞ্চলত গৈ প্ৰত্যেক মহিলাই এজোপা এজোপা গছক সাৱটি তেওঁলোকক হত্যা নকৰা পৰ্যন্ত গছ কাটিবলৈ নিদিয়ে বুলি দৃঢ় পদক্ষেপ ললে। গাঢ়োৱাল মহিলাসকলৰ মানসিক দৃঢ়তাত বন বিভাগ সেও হৈ বনাঞ্চল ধ্বংস যজ্ঞ বন্ধ কৰে। গাঢ়োৱাল অঞ্চলত মহিলাসকলে বনাঞ্চল সুৰক্ষাৰ বাবে লোৱা এই আন্দোলনকে সমগ্ৰ বিশ্বত চিপকো (Chipco) আন্দোলন নামেৰে জনাজাত হৈ পৰিল। গাঢ়োৱাল-বাসীৰ এই চিপকো আন্দোলনৰ বাবেই হিমালয়ৰ বনাঞ্চল ধ্বংস যজ্ঞৰ পৰা ৰক্ষা পৰিল। চিপকো আন্দোলনৰ দৰে ১৯৯৩ চনত কৰ্ণাটকৰ কানাড়াত এক পৰিৱেশ আন্দোলন গঢ়ি উঠিছিল। এপিক' পাণ্ডুৰাং হেগে বনজ সম্পদৰ সমবিতৰণক লৈ এই পৰিৱেশ আন্দোলনৰ নেতৃত্ব দিছিল। অসমত চলি থকা বনাঞ্চল ধ্বংস যজ্ঞৰ বাবে আজি অসমতো চিপকোৰ দৰে এক আন্দোলনৰ অতিকে প্ৰয়োজন। পৰিৱেশ প্ৰদূষণ ৰোধ কৰিবৰ বাবে ১৯৮৩ চনত 'লিগেল প্ৰিন্সিপ'ল ফৰ এনভাইৰমেণ্টেল প্ৰটেকশ্যন এণ্ড চাচটেইনেবল ডেভেল'মেণ্ট নামেৰে এখন আন্তঃৰাষ্ট্ৰীয় আইন প্ৰণয়ন কৰা হয়। পৰিৱেশ সংৰক্ষণৰ বাবে কেন্দ্ৰীয় চৰকাৰে আইন প্ৰণয়ন কৰিছে যদিও চৰকাৰৰ অনিহাৰ বাবেই আইনসমূহ বলৱৎ নোহোৱাকৈ থকাত আৰু ইয়াৰ সুযোগ লৈ এচাম দুস্কৃতিকাৰীয়ে পৰিৱেশ বিনষ্ট কৰিছে। অসম বন অধিনিয়ম ১৯৯৪ অধীনত বন বিভাগে বনজ সম্পদ ধ্বংস কৰা সকলক শাস্তি বিহিব পাৰে। ইণ্ডিয়ান ফৰেষ্ট এক্ট ২৯২৭ আৰু বন সংৰক্ষণ আইন ১৯৮০ ৰ জৰিয়তে ৰাজ্য চৰকাৰে কেন্দ্ৰীয় পৰিৱেশ আৰু বনাঞ্চলৰ অনুমোদন নোলোৱাকৈ বনাঞ্চল কেতিয়াও লীজত দিব নোৱাৰে। অসম ৰাষ্ট্ৰীয় উদ্যান আইন ১৯৬৯ চনৰ আইনখন সম্পূৰ্ণ কৈ অসমৰ বন বিভাগে উলংঘা কৰি কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ হস্তী প্ৰকল্পত থকা বিহৰা অঞ্চলত ২০০৫ চনৰ শিল বিস্ফোৰণ ঘটাবলৈ লীজত দিছিল। ইয়াৰ পাছত প্ৰদূষণ নিয়ন্ত্ৰণ বৰ্ডে পৰিৱেশ সুৰক্ষা আইন ১৯৮৬ ৰ অধীনত উক্ত শিল বিস্ফোৰণ বন্ধ কৰিছিল। ইয়াৰ উপৰি ১৯৮৮ চনৰ নেশ্যনেল ফৰেষ্ট পলিচিত থকা ৪.৫ ধাৰাত সকলো বন্য প্ৰাণী জীৱৰ ধাৰবাহিকতা ৰক্ষা কৰিবলৈ এখন বনাঞ্চলৰ পৰা অন্য এখন বনাঞ্চললৈ যোৱা কৰিড'ৰ সমূহ সুৰক্ষা কৰিবলৈ কোৱা হৈছে। The Wildlife (Protection) Act 1972 ৰ 9 নং দফা মতে

কোনো ব্যক্তিয়ে বিশেষ কেইটামান পৰিস্থিতিৰ বাহিৰে কোনো জীৱ জন্তু বধ কৰিব নোৱাৰিব। ৩৯ নং দফা মতে চিকাৰ কৰা সকলো জীৱ-জন্তু আৰু চিকাৰ কাৰ্যত ব্যৱহাৰ কৰা সা-সমগ্ৰী, অস্ত্ৰ-শস্ত্ৰ আদি বাজেয়াপ্ত কৰা যাব। ৫১ নং দফা মতে উপৰুক্ত অভিযোগত অভিযুক্ত হোৱা ব্যক্তিক ১ বছৰৰ পৰা ৭ বছৰলৈকে কাৰাদণ্ডিত কৰা হ'ব আৰু ৫০০০ টকা জৰিমনা কৰা হ'ব।

আন্তঃৰাষ্ট্ৰীয় বন নীতি অনুসৰি সুস্থ পৰিৱেশৰ বাবে মুঠ মাটিৰ ৩৩.৩৩ শতাংশ বনাঞ্চল থকাটো উচিত। অসমৰ বৰ্তমান ১২.৪৭ শতাংশ চিৰসেউজ অৰণ্য আৰু ১ শতাংশ সদ্য বনানীকৃত বনাঞ্চলত আছে। বন বিভাগৰ মতে অসমৰ ভূমিৰ ৩৯ শতাংশ বন বিভাগৰ অন্তৰ্গত। ইয়াৰ ভিতৰত ১৭,৫৬৮,৩১ বৰ্গ কিঃ মিঃ সংৰক্ষিত বনাঞ্চল, ৯২১৯.৪৪ বৰ্গ কিঃ মিঃ অশ্ৰেণীভূক্ত বনাঞ্চল আৰু ৩৯২০.৬২ বৰ্গ কিঃ মিঃ প্ৰস্তাৱিত বনাঞ্চল। অসম চৰকাৰৰ বন বিভাগৰ ২০০৭ চনৰ তথ্য অনুসৰি অসমত ৩১২ খন সংৰক্ষিত বনাঞ্চল, ১৪৫ খন প্ৰাস্তাৱিত সংৰক্ষিত বনাঞ্চল, ২০ খন বন্যপ্ৰাণী অভায়ৰণ্য (ইয়াৰে তিনিখন প্ৰস্তাৱিত), ৫ খন ৰাষ্ট্ৰীয় উদ্যান, দুখন ব্যঘ্ৰ প্ৰকল্প, দুখন জৈব্য-বৈচিত্ৰ্যপূৰ্ণ বনাঞ্চল, দুখন বিশ্ব ঐতিহ্য স্থান, ৪৬ খন পক্ষী বিচৰণ স্থান, ৫ খন হস্তী প্ৰকল্প আৰু এখন জলাহ-ভূমি আছে। কিন্তু আজি অতি পৰিতাপৰ বিষয় অসমৰ সকলো বনাঞ্চল বে-দখলকাৰীৰ কবলত পৰি সৰহ অংশ জনাঞ্চললৈ ৰূপান্তৰ ঘটিছে। বে-দখলকাৰী সমস্যাটো অসমৰ বনাঞ্চলৰ অতি সংবেদশীল বিষয় হৈ পৰিছে। বন বিভাগে বনাঞ্চলসমূহত বেদখল উচ্ছেদ কৰিবলৈ উচ্ছেদ অভিযান চলাইছে যদিও কৃতকাৰ্য হ'ব পৰা নাই। ইয়াৰ মূল কাৰণ হ'ল ৰাজনৈতিক হস্তক্ষেপ। ভাৰতবৰ্ষৰ বৰ্তমান চিনাক্ত কৰা ১৪ হেজাৰ স-পুষ্পক উদ্ভিদ প্ৰজাতিৰ প্ৰায় ৭৫ বিধেই উত্তৰ পূৰ্বাঞ্চলৰ। অসমত বিগত ষাঠি দশকৰ পৰা চলা বনাঞ্চল ধ্বংস ৰ ফলত জলবায়ুত প্ৰভাৱ পেলাইছে। ফৰেষ্ট ছাৰ্ভে অব্ ইণ্ডিয়াৰ শেষতীয়া প্ৰতিবেদনত ১৯৯১ চনৰ পৰা ১৯৯৭ চনলৈ উত্তৰ পূৰ্বাঞ্চলত ১৭৩৪ বৰ্গ কিঃমিঃ এলেকাৰ বনাঞ্চল ধ্বংস হৈছে। বনাঞ্চল ধ্বংসৰ ফলত পাহাৰৰ অঞ্চলত ভূমিস্খলন হৈ নদীবোৰ বাম হৈ বানপানীৰ সৃষ্টি কৰিছে। আজি পৃথিৱীৰ ভিতৰতে বেচিকৈ বৰষুণ হোৱা চেৰাপুঞ্জী আৰু মৌচিনৰামত উল্লেখনীয়ভাৱে বৰষুণ হ্ৰাস পাইছে। চেৰাপুঞ্জীত গড়ে ১১০২ চেঃ মিঃ আৰু মৌনচিনৰামত ১২২১ চেঃ মিঃ বৃষ্টিপাত হয়। দুয়োখন ঠাইতে ২৪ ঘণ্টাত জোখা সৰ্বাধিক বৰষুণৰ পৰিমাণ ৯৯ চেঃ মিঃ। সেইদৰে পশ্চিম ঘাট পৰ্বতৰ কৰ্ণাটকৰ অগুম্বেত বাৰ্ষিক বৰষুণ হয় ৮৪৭ চেঃ মিঃ, কেৰেলাৰ পিৰমেডত বৃষ্টিপাত ৫১৭ চেঃ

মিঃ আৰু মহাৰাষ্ট্ৰৰ মহাবালেশ্বৰত ৬৩০ চেঃ মিঃ বৃষ্টিপাত হয় বুলি জনা যায়। বৰষুণৰ হাৰৰ ওপৰত চলোৱা মেটেৰিঅ'লজিৰ তথ্য মতে উত্তৰ পূৰ্বাঞ্চলত প্ৰতি বছৰে গড় বাৰ্ষিক বৰষুণৰ মাত্ৰা কমি আহিছে ফলত উত্তৰ গ্ৰীষ্মঞ্চলত উষ্ণতা বৃদ্ধি পাবলৈ ধৰিছে। বটানিফেল ছাৰ্ভে অব্ ইণ্ডিয়া, জুলজিকেল ছাৰ্ভে অব্ ইণ্ডিয়া আৰু ফৰেষ্ট এণ্ড এনভাইৰনমেণ্ট ডিপাৰ্টমেণ্টৰ উদ্যোগত চলোৱা শেষতীয়া জৰীপৰ উত্তৰ পূৰ্বাঞ্চলত বিভিন্ন অঞ্চলত বহুখিনি অৰ্কিড চিনাক্ত কৰিছে। বান্দৰ গোত্ৰৰ ১৪ টা প্ৰজাতি অসমত থকাৰ উপৰিও ভাৰতবৰ্ষৰ ২৭ টা প্ৰজাতিৰ মেকুৰীৰ ১৯ টা প্ৰজাতি অসমতেই আছে। এনভাইৰমেণ্টেল ইনভেষ্টিগেশ্যন এজেন্সী, যাক চমুকৈ ই. আই. এ. বুলি কয়, এক প্ৰতিবেদন অনুসৰি ভাৰতবৰ্ষত প্ৰতিদিনে এটাকৈ বাঘৰ মৃত্যু ঘটিছে। সমগ্ৰ বিশ্বৰ ৮ বিধ বাঘৰ ভিতৰত তিনিবিধ বাঘ আজি বিশ্বৰ পৰা বিলুপ্তি ঘটিছে। ৰেড ডাটা বুকত অন্তৰ্ভূক্ত অসমৰ ১১৯ টা প্ৰজাতি আজি বিপন্ন হৈ পৰিছে। গঁড়, খাগৰিকটা শহা, নল গাহৰি, দল হৰিণ, উৰণীয়া কেৰ্কেটুৱা, ঘোং, সোণালী বান্দৰ, হলৌ বান্দৰ, লাজুকী বান্দৰ, মেথুন আদি বিপন্ন প্ৰজাতিৰ প্ৰাণী। উত্তৰ পূৰ্বাঞ্চলত পোৱা বিভিন্ন প্ৰজাতিৰ কীট-পতংগ, পখিলা, নৈত পোৱা মাছ, শিহু আৰু মূল্যবান ঔষধি গছসমূহ আজি চোৰাং ব্যৱসায়ৰ কবলত পৰি বিলুপ্তি ঘটিছে।

বন্যপ্ৰাণী সংৰক্ষণত গুৰুত্ব দি ভাৰতবৰ্ষত ২ অক্টোবৰৰ পৰা ৭ অক্টোবৰলৈ প্ৰতিবছৰে বন্যপ্ৰাণী সংৰক্ষণৰ সজাগতাৰ বাবে বন্যপ্ৰাণী সপ্তাহ উদ্‌যাপন কৰি আহিছে। উল্লেখযোগ্য যে স্বাধীনতাৰ পাছত ৰাষ্ট্ৰীয় বন্য আঁচনি প্ৰস্তুতৰ পাছত বম্বে নেচাৰেল হিষ্ট্ৰি চ'চাইটিৰ সৌজন্যত ১৯৫২ চনৰ পৰা বন্যপ্ৰাণী বৰ্ড গঠন কৰি বন্য প্ৰাণী সপ্তাহ পালন কৰি আহিছে। বিশ্বৰ বাসভূমিৰ বাবে উপযোগী কৰি ৰাখিবলৈ আমি বনাঞ্চলসমূহ সংৰক্ষণত গুৰুত্ব দিব লগিব। জনসংখ্যা বিস্ফোৰণ দ্ৰুত উদ্যোগীকৰণৰ ফলত কৃষি মাটি কমি অহাত আজি বৈজ্ঞানিক ভিত্তিত একেডৰা মাটিতে ৰাসায়নিক সাৰ ব্যৱহাৰ কৰি প্ৰথম অৱস্থাত অধিক উৎপাদন হৈছে যদিও পিছত মাটিৰ উৰ্বৰা শক্তি হ্ৰাস পাই আহে। ফলত নতুন উৰ্বৰ কৃষি ভূমিৰ সন্ধানত জনসাধাৰণে বনাঞ্চলৰ মাটি বেদখল কৰেগৈ। ইয়াৰ ফলত বনাঞ্চল ধ্বংস হৈছে আৰু পৰিৱেশৰ ভাৰসাম্য নোহোৱা হৈছে। সেয়েহে পৃথিৱীখনক ভৱিষ্যতৰ বাবে উপযোগী কৰি ৰাখিবলৈ আমি আমাৰ বনাঞ্চলসমূহ সংৰক্ষণত গুৰুত্ব দিব লাগিব।

# 'বিকশিত অসম'ত ওৰাং ৰাষ্ট্ৰীয় উদ্যানৰ বিবৰ্ণ ৰূপ

অসম চৰকাৰে 'বিকশিত অসম'ৰ সাফল্যৰ জয়ঢোল কোবাই থাঁকোতেই অসমৰ এখন গুৰুত্বপূৰ্ণ ৰাষ্ট্ৰীয় উদ্যান ওৰাং আজি বহিঃ জগতৰ লগত বিচ্ছিন্ন হৈ থকা ঘটনাই বিকশিত অসমৰ আচল ছবিখন উদঙাই দেখুৱাইছে। উল্লেখযোগ্য যে, ওৰাঙৰ পৰা ৰাষ্ট্ৰীয় উদ্যানখনলৈ যোৱা মূল পথৰ পাওৱীপোতাৰ দলংখন যোৱা ১০ বছৰ ধৰি ভাগি থকাত পথটো বন্ধ হৈ আছে। আনহাতে ৫২ নং ৰাষ্ট্ৰীয় পথৰ ধনশিৰি ঘাটৰ পৰা ওৰাং ৰাষ্ট্ৰীয় উদ্যানলৈ যোৱা ১৬ কিলোমিটাৰৰ পথটোত পুল ভাগি থকাকে ধৰি পথটো কদৰ্য ৰূপ লোৱাত যোৱা দুমাহ ধৰি পথটোত বাছ চলাচল বন্ধ হৈ আছে। অঞ্চটোৰ ৰাইজ আৰু ৰাষ্ট্ৰীয় উদ্যানৰ কৰ্মচাৰীয়ে যোৱা দুমাহ ধৰি যোগাযোগ বিচ্ছিন্ন হৈ থকাত জীয়াতু ভুগিব লগা হৈছে যদিও গড়কাপ্তানী বিভাগ আৰু বন বিভাগৰ কাণসাৰ নাই। ৭৮.৮০ বৰ্গ কিলোমিটাৰে আৱৰা ওৰাং ৰাষ্ট্ৰীয় উদ্যানখনৰ প্ৰতি চৰকাৰে দেখুওৱা চূড়ান্ত অৱহেলা উদ্যানখনত উপস্থিত হৈ এই লেখকে প্ৰত্যক্ষ কৰে। উদ্যানখনৰ দায়িত্বত থকা বন সংমণ্ডল প্ৰাধিকাৰী বনাঞ্চলিক বিষয়া, ৬৫ কিলোমিটাৰ দূৰত্বত অৱস্থিত মঙলদৈত বাহৰ পাতি থকা বুলি জানিব পৰা গৈছে। বৰ্তমান বাৰিষাৰ বাবে উদ্যানখন বন্ধ হৈ আছে যদিও ছিজনৰ সময়ত উদ্যান পৰিভ্ৰমণ কৰিবলৈ মঙলদৈৰ পৰাহে অনুমতি ল'ব লাগে পৰ্যটকে। ৰাষ্ট্ৰীয় উদ্যানখনৰ মূলদ্বাৰৰ পৰা ৬ কিলোমিটাৰ দূৰত্বত অৱস্থিত উদ্যানৰ মূল আকৰ্ষণ স্থলী সাতশিমলুত থকা পৰ্যটকৰ আৱাসটো মেৰামতিৰ অভাৱত জৰাজীৰ্ণ হৈ পৰিছে। আৱাসৰ কাষতে থকা পৰ্যটকৰ বাবে হাতীৰে উদ্যান পৰিভ্ৰমণ কৰা, হাতীত উঠা প্লেটফৰ্মখনো সম্পূৰ্ণ জৰাজীৰ্ণ। ৰাষ্ট্ৰীয় উদ্যানখনলৈ '৯৬ চনত বন মন্ত্ৰী প্ৰয়াত নগেন শৰ্মা অহাৰ পিছত কোনো মন্ত্ৰী আহি ভৰি দিয়া নাই বুলি বন বিভাগৰ এজন কৰ্মচাৰীয়ে এই লেখকক জনায়। বৰ্তমানে অসমৰ বন বিভাগৰ এক যুগান্তকাৰী পদক্ষেপ গ্ৰহণ কৰা অসমৰ বন মন্ত্ৰী প্ৰদ্যুৎ বৰদলৈও ওৰাং ৰাষ্ট্ৰীয় উদ্যানখনৰ প্ৰতি একো পদক্ষেপ গ্ৰহণ কৰা নাই বুলি অভিযোগ কৰে।

ৰাষ্ট্ৰীয় উদ্যাখনত ব্যৱসায়িক মূল্য থকা খৈয়েৰ গছ পৰ্যাপ্ত পৰিমাণে পোৱা যায়। উদ্যানখনত বহু, হাতী, বাঘকে ধৰি ৪৪ টা গঁড় আছিল যদিও চোৰাং চিকাৰীৰ কবলত পৰি কেইবাটাও গঁড় নিধন হৈছে। উল্লেখযোগ্য যে ১৯৯১ চনত ওৰাঙত ৯০ টা গঁড় আছিল। স্থানীয় ৰাইজে এই লেখকক জনোৱা মতে ওৰাঙত পূৰ্বৰ বন বিষয়া ভূপেন্দ্ৰ নাথ তালুকদাৰৰ কাৰ্যকালত উদ্যানখনত বন্য প্ৰাণী বিশেষকৈ গঁড় সংৰক্ষণৰ এক বলিষ্ঠ পদক্ষেপ গ্ৰহণ কৰিছিল। ইয়াৰ পৰৱৰ্তী কালত বন বিভাগৰ সম্পূৰ্ণ উদাসীনতাৰ বাবেই ৰাষ্ট্ৰীয় উদ্যানখনত পুৰ্ণোদ্যমে চলিব ধৰিছে চোৰাং চিকাৰ। ইফালে সন্দেহযুক্ত বাংলাদেশীয়ে ৰাষ্ট্ৰীয় উদ্যানৰ গছ-গছনি কাটি তহিলং কৰাৰ লগতে উদ্যানৰ ঘাঁহনি অঞ্চলসমূহ চৰণীয়া পথাৰলৈ পৰ্যবসিত কৰিছে। উদ্যানখনৰ বন কৰ্মচাৰী বিভিন্ন সমস্যা, বেদখলৰ সমস্যাকে ধৰি সমস্যাৰ গৰাহত উদ্যাখন নিশকতীয়া হৈ আছে। বৃহত্তৰ শিলবাৰী বন্যপ্ৰাণী সুৰক্ষা সমিতি নামৰ বেচৰকাৰী সংস্থাটোৰ সম্পাদক বাপকণ আলীয়ে অভিযোগ কৰে যে, ৰাষ্ট্ৰীয় উদ্যানখনৰ প্ৰতি চৰকাৰৰ অৱহেলাৰ বাবেই উদ্যানখনলৈ অহা পথ বন্ধ হৈ থকাত উদ্যানখনলৈ পৰ্যটক আহিবলৈ এৰিছে। ৰাষ্ট্ৰীয় উদ্যানখনৰ কাষৰীয়া গাওঁসমূহত পৰিৱেশ সংৰক্ষণৰ বাবে চৰকাৰে কোনো গুৰুত্ব নিদিয়া বুলি অভিযোগ তুলি সম্পাদকজনে জনায় যে, যোৱা ২০০৪ বৰ্ষৰ ৫ জুনত বিশ্ব পৰিৱেশ দিৱসতো উদ্যান কৰ্তৃপক্ষই একো কাৰ্যসূচী গ্ৰহণ নকৰিলে। উদ্যানৰ দায়িত্বত থকা বন সংৰক্ষণ প্ৰাধিকাৰীজনেও মঙলদৈত থাকি মাহেকে-পষেকে বন্ধু-বান্ধৱ লৈ অৱসৰ বিনোদনৰ বাবেহে উদ্যানলৈ আহে বুলি সম্পাদকজনে অভিযোগ কৰে। যি সময়ত চৰকাৰে পৰ্যটক স্থলীসমূহক নিজৰ আওতালৈ নি উন্নত কৰি উন্নয়নমূলক আঁচনি গ্ৰহণ কৰিছে, সেই সময়তে ওৰাং ৰাষ্ট্ৰীয় উদ্যানখনক চৰকাৰে দেখুওৱা মাহী আইৰ দৃষ্টিভংগী দুৰ্ভাগ্যজনকৰূপে বিবেচিত হৈছে।

দৈনিক জনমভূমি, ১২ জুন, ২০০৪

# এতিয়াও বনানীকৰণ হোৱা নাই অসমৰ অৰণ্যত

অসমৰ বিগত দিনবোৰত ব্যাপক হাৰত হোৱা বনাঞ্চল ধ্বংস আৰু পাহাৰ আদি কটাৰ বাবেই যে আজি এক অভাৱনীয় খৰাং পৰিস্থিতিৰ সৃষ্টি হৈছে সেইয়া ৰাজ্য চৰকাৰে পলমকৈ হ'লেও বুজি পাইছে। সেয়েহে খৰাং পৰিস্থিতিত ততাতৈয়াকৈ মুখ্যমন্ত্ৰী তৰুণ গগৈয়ে যোৱা ১ ছেপ্টেম্বৰত ২০ লাখ ছাত্ৰ-ছাত্ৰীক সামৰি একোটাকৈ গছ পুলি হাতত তুলি দি 'সেউজী ধৰা' আঁচনিৰ শুভাৰম্ভ কৰিছে। উল্লেখযোগ্য যে ১৯৭৯ চনৰ পৰাই অসমত সামাজিক বনানীকৰণ বিভাগে পৰিবেশ সংৰক্ষণৰ উদ্দেশ্যে গছপুলি ৰোপন কৰি কাম কৰিবলৈ আৰম্ভ কৰিছিল। অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ জলবায়ুৰ লগত ৰজিতা খুৱাই ১ এপ্ৰিলৰ পৰা ৭ এপ্ৰিললৈকে গছপুলি ৰোপন 'সেউজ সপ্তাহ' উৎসৱ পালন কৰি আহিছে। এই সময়ত অসমত গছ ৰোৱাৰ উপযুক্ত সময়। অৱশ্যে আজি কিছু বছৰৰ পৰা সেউজী সপ্তাহৰো প্ৰাসংগিকতা কমি আহিছে। ইয়াৰ উপৰি ১ জুলাইৰ পৰা ৭ জুলাইলৈ বন মহোৎসৱ পালন কৰি প্ৰতিবছৰে গছপুলি বিতৰণ কৰি আহিছে। ৰাজ্য চৰকাৰে 'সেউজ প্ৰকল্প'ৰ আঁচনিৰ জৰিয়তে বহু গছ-গছনিৰ বিতৰণ কৰাৰ পাছতো পুনৰ সেউজী ধৰা আঁচনিৰে গছ পুলি বিতৰণ কৰাতো উল্লেখনীয়। অসমত বন সুৰক্ষাৰ বাবে চৰকাৰে কোনো বাস্তৱ পদক্ষেপ নোলোৱাৰ বাবেই অসমৰ বনজ সম্পদ ধ্বংস হোৱাৰ লগতে বনানীকৰণৰ আঁচনিসমূহৰ কোনো মূল্য নোহোৱা হৈ পৰিছে। চৰকাৰে বনাঞ্চলত বনানীকৰণত গুৰুত্ব দিলেহে বনাঞ্চলৰ আকাৰ বাঢ়িব। তাৎপৰ্যপূৰ্ণ বিষয় যে অসমৰ বনাঞ্চলৰ ভূমিয়েই সৰ্বাধিক বেদখলকাৰীৰ দখলত পৰিছে। এই তথ্য ২০০৫ বৰ্ষৰ ১৫ ডিচেম্বৰত লোকসভাৰ মজিয়াত প্ৰকাশ পাইছিল। ভাৰতবৰ্ষত ৭,২৫,৮৬১ হেক্টৰ বনাঞ্চল বেদখলকাৰীৰ অধীনত থকা অসমৰ ৩,৪৯,৪০১ হেক্টৰ বনাঞ্চলেই বেদখলকাৰীৰ কবলত। দেশৰ ভিতৰতে বনাঞ্চল বেদখলকাৰীৰ কবলত অসম শীৰ্ষস্থানত থকাৰ পাছতো

চৰকাৰে বনাঞ্চলসমূহ সংৰক্ষণৰ বাবে কোনো পদক্ষেপ লোৱা নাই। উচ্চতম ন্যায়ালয়ৰ নির্দেশত ৰাজ্য চৰকাৰে বন্যপ্রাণী অভয়াৰণ্য আৰু সংৰক্ষিত বনাঞ্চলত এলানী উচ্ছেদ অভিযান চলাই বেদখলমুক্ত কৰিছিল যদিও মুক্ত বনাঞ্চলসমূহ বনানীকৰণৰ নামত পুনৰ অঞ্চলসমূহ বেদখলকাৰীৰ কবললৈ গ'ল। ভাৰতবর্ষৰ অন্যান্য ৰাজ্যত যৌথ বন পৰিচালনা সমিতিৰ দ্বাৰা বহু সংখ্যক বনানীকৰণ সম্পূর্ণ হয় যদিও অসমত ২০০২ চনৰ পৰাহে যৌথ বন পৰিচালনা সমিতিসমূহ গঠন হৈছে। অসমত ব্যাপক হাৰত হোৱা বনাঞ্চল ধ্বংসকার্য ৰোধ কৰা বনানীকৰণকে ধৰি বনাঞ্চল চোৰা-চিতা কৰাৰ বাবে তদনীন্তন বন মন্ত্রী প্রদ্যুৎ বৰদলৈয়ে চলিত বর্ষৰ মার্চ মাহতে ইক'লজিকেল টাস্ক ফর্চ নামৰ বেটেলিয়ান বাহিনী খোলাৰ কথা ঘোষণা কৰিছিল যদিও সেইয়া আজিলৈকে কার্যকৰী নহ'ল। চৰকাৰে দুটা সেউজ বাহিনী খুলি বাহিনী দুটাৰ এটা কার্যালয় কোকৰাঝাৰ জিলাৰ চিৰাং সংৰক্ষিত বনাঞ্চলৰ হল্টু গাঁৱত আৰু আনটোৰ কার্যালয় শোণিতপুৰ জিলাৰ চাৰিদুৱাৰত স্থাপনৰ সিদ্ধান্ত লয়। প্রতিটো বাহিনীত পাঁচটাকৈ কোম্পানী থকাৰ লগতে বাহিনীত ৬০০ জন লোকে নিযুক্তি পাব। প্রতিটো কোম্পানীয়ে এবছৰত ৫০০ হেক্টৰ কৈ এলেকা বনানীকৰণ কৰাৰ লগতে বনাঞ্চল চোৰা-চিতা কৰাৰ দায়িত্বও থাকিব। কেন্দ্রীয় চৰকাৰৰ সাহায্যৰ উক্ত সেউজ বাহিনী দুটা কার্যক্ষম হোৱা হ'লে বনাঞ্চল বৃদ্ধিৰ লগতে নিবনুৱাও সংস্থাপন হ'লহেঁতেন কিন্তু বন মন্ত্রী সলনি হোৱাৰ পাছত উক্ত সেউজ বাহিনীৰ কাম অসম্পূর্ণ হৈ ৰ'ল। উল্লেখযোগ্য যে ফৰেষ্ট চার্ভে অব ইণ্ডিয়াৰ প্রতিবেদন মতে অসমত পূর্ব্বে ধ্বংস কৰা ৯৬ হেজাৰ হেক্টৰ বনাঞ্চল এতিয়াও বনানীকৰণ কৰিবলৈ বাকী আছে যদিও বন বিভাগৰ হাতত উক্ত ভূমিত বনানীকৰণ কৰিবলৈ গছ পুলি নাই। চৰকাৰে বনাঞ্চলৰ বেদখল মুক্ত কৰি বন সুৰক্ষাৰ বাবে পদক্ষেপ ল'লে অসমত বনাঞ্চলৰ পৰিসীমা বৃদ্ধি পাব আৰু সেউজ অসমৰ আঁচনিসমূহ ফলপ্রসূ হ'ব।

দৈনিক জনমভূমি ৪ ছেপ্টেম্বৰ ২০০৬

# গিবন অভয়াৰণ্য

যোৱা ১ জানুৱাৰী '৯৮ ৰ দিনা গৈছিলো যোৰহাট জিলাৰ মৰিয়নি ৰেঞ্জৰ অধীনত থকা 'গিবন বণ্যপ্ৰাণী অভয়াৰণ্য'লৈ। চৰকাৰে মৰিয়নি ৰেঞ্জৰ হোলোঙাপাৰ সংৰক্ষিত বনাঞ্চলখনকে যোৱা ৩০ জুলাই ১৯৯৭ মেম' নং এফ. আৰ. এচ. ৩৭/৯৭/১৩ যোগে গিবন 'বন্যপ্ৰাণী অভয়াৰণ্য'ৰূপে নামাকৰণ কৰে। অভয়াৰণ্যখনলৈ যোৱাৰ পথত অভয়াৰণ্যখনৰ নামত কোনো ফলক নথকাত, তাৰ উপৰি অঞ্চলটোৰ জনসাধাৰণে গিবন বন্যপ্ৰাণী অভয়াৰণ্য নামৰ কোনো অভয়াৰণ্য নাই বুলি কোৱাত অভয়াৰণ্যখন বিচাৰি উলিওৱাতে যথেষ্ট অসুবিধাৰ সন্মুখীন হৈছিলো। অভয়াৰণ্যখনৰ বিট অফিচৰ সন্মুখত থকা ফলকখনতো হোলোঙাপাৰ সংৰক্ষিত বনাঞ্চল শিৱসাগৰ জিলা বুলিহে লিখা আছিল। বন বিষয়া এজনে ক'লে যে যোৰহাট জিলা হোৱাৰ আগতে বনাঞ্চলখন শিৱসাগৰ জিলাত আছিল, সেইবাবে ফলকত এতিয়াও শিৱসাগৰ জিলাৰ নাম আছে। পৰ্যটক অহা-যোৱাৰ সুবিধাৰ বাবে অসমৰ সমূহ জিলাৰ বন বিষয়াসকলে তেওঁলোকৰ নিজ নিজ জিলাৰ বনাঞ্চলবোৰ পৰিদৰ্শন কৰি ফলকবোৰ লিখাত গুৰুত্ব দিয়া উচিত। 'গিবন বন্যপ্ৰাণী অভয়াৰণ্য'লৈ যাবলৈ দুটা পথেৰে যাব পাৰি। যোৰহাটৰ পৰা মৰিয়নি হৈ ধোদৰ আলিৰে আমগুৰিৰ ফালে ৫ কিঃ মিঃ দূৰ অতিক্ৰম কৰি বাওঁফালে থকা দিহিংগীয়াপাৰা বাগিচাৰ কাষতে অভয়াৰণ্যখন। তদুপৰি ৩৭ নং ৰাষ্ট্ৰীয় পথেৰে যোৰহাট অতিক্ৰম কৰি ৰাষ্ট্ৰীয় পথৰ সোঁহাতে থকা মেলেং চাহ বাগিচালৈ যোৱাৰ পথেৰে গৈ ১৩ কিঃ মিঃ অতিক্ৰম কৰিলে অভয়াৰণ্যখন পায়। ৩৭ নং ৰাষ্ট্ৰীয় পথত অভয়াৰণ্যখনৰ এই সংগোযী পথটোত গিবন বন্যপ্ৰাণী অভয়াৰণ্যখনৰ এখন ফলক লগাই অভয়াৰণ্যখনৰ খনৰ প্ৰতি পৰ্যটকক আকৰ্ষণ কৰিব পাৰি। অভয়াৰণ্যখনৰ মাটিকালিৰ পৰিমাণ হ'ল ১৯১৫.৬০ হেক্টৰ। অসমৰ অন্যান্য অভয়াৰণ্যৰ তুলনাত এইখন অভয়াৰণ্যৰ আকাৰ সৰু। অভয়াৰণ্যখনৰ মাজেৰে ডিব্ৰুগড়-গুৱাহাটী বডগজ ৰেললাইনটো যোৱাত অভয়াৰণ্যখনতে মেলেং নামৰ

ৰেল ষ্টেচনটোৰ বাবে ভৱিষ্যতলৈ অভয়াৰণ্যখনত পৰ্যটকৰ অহা-যোৱা সুবিধা হ'ব।

স্বাধীনতাৰ পূৰ্বে অৰ্থাৎ ১৮৮১ চনৰ ২৭ আগষ্ট বৃটিছৰ শাসন কালতে হোলোং গছৰে আবৰি থকা 'হোলোঙাপাৰ' বনাঞ্চলখন 'হোলোঙাপাৰ সংৰক্ষিত বনাঞ্চল'ৰূপে ঘোষণা কৰি বনাঞ্চলখন সংৰক্ষিত কৰিছিল। হোলোং গছৰ বাবেই সেই সময়ত বনাঞ্চলখনৰ উপৰি অঞ্চলটোৰ নাম 'হোলাঙাপাৰ' নামেৰে বিখ্যাত হৈ পৰে। অভয়াৰণ্যখনত হোলোং গছৰ উপৰি সাঁচি, চেগুন, বনচুম, কদম, শাল, আজাৰ, আন্দামান পেদক, গমাৰী, নাহৰ, কেন্দু, বৰপাত, খকন, জামু, তিতাচপা, ধূনা, শিলিখা, লালি, উৰিয়াম, মাইপাক, চাম, ঔলতা, ৰাইদাং বেত, লেজাৰী বেত, বজাল বাঁহ, কাক বাঁহ, তৰা, কৌপাত আদি উদ্ভিদৰ গছ-গছনি পোৱা যায়। বন্যপ্ৰাণীৰ ভিতৰত অভয়াৰণ্যখনত বান্দৰৰ ৬ বিধ প্ৰজাতি থকাটো এটা উল্লেখযোগ্য বিষয়। কেইবাটাও প্ৰজাতিৰ বান্দৰ থকাৰ বাবেই পৰ্যটকক আকৰ্ষণ কৰিবৰ বাবে বান্দৰৰ নামেৰে 'গিবন বন্যপ্ৰাণী অভয়াৰণ্য' নামকৰণ কৰা হৈছে। অভয়াৰণ্যখনত দেখিবলৈ পোৱা বান্দৰৰ প্ৰজাতিবোৰ হ'ল (১) হলৌ বান্দৰ, (২) টুপী মূৰীয়া বান্দৰ, (৩) লাজুকী বান্দুৰ, (৪) গাহৰিনেজীয়া বান্দৰ, (৫) খৰানেজীয়া বান্দৰ, (৬) সাধাৰণ বান্দৰ বা অলুৱা বান্দৰ। সকলো শ্ৰেণী বান্দৰেই স্তন্যপায়ী কিন্তু দেহৰ গঠন আৰু চৰিত্ৰসমূহ ভিন্ন।

**(১) হলৌ বান্দৰ ঃ** এইবিধ বান্দৰৰ বৰ্গ হ'ল প্ৰাইমেট গোত্ৰ হ'ল হাইলোবেটিডিআৰু প্ৰজাতি হ'ল হাইলোৰেটিছ হ'লক। এই জাতীয় বান্দৰৰ কোনো নেজ নাথাকে। ইয়াৰ আগৰ হাত দুখন পাছৰ ঠেং দুখনতকৈ দীঘল। গাত থকা নোমবোৰ ক'লা। ৰাতিপুৱা এইজাত বান্দৰে যোৰ পাতি উকি মাৰি হলৌ হলৌকৈ বনাঞ্চল ৰজনজনাই তোলে। এইজাত বান্দৰে মাটিত খোজকঢ়াৰ বাবে পাছৰ ঠেং দুখন ব্যৱহাৰ কৰে। ওলমি পৰা দীঘল হাত দুখন দেহৰ ভাৰসাম্য ৰক্ষা কৰে।

**(২) টুপীমূৰীয়া হনুমান বান্দৰঃ** এইবিধ বান্দৰৰ বৰ্গ হ'ল প্ৰাইমেট, গোত্ৰ হ'ল চাৰকোপিথেচিদি আৰু প্ৰজাতি হ'ল প্ৰেকবাইটিছ পাইলিয়েটছ। এইবিধ বান্দৰৰ মূৰত এক প্ৰকাৰৰ ঠৰঙা নোম গজে। নোমবোৰ মূৰৰ ওপৰত এনেভাৱে সজোৱা থাকে যে দেখিলে মূৰত এটা টুপী পিন্ধি থকাৰ দৰে বান্দৰটো দেখা

যায়। ইয়াক হনুমান গোষ্ঠীৰ বান্দৰ বুলিও কয়।

**(৩) লাজুকী বান্দৰ ঃ** এইবিধ বান্দৰৰ বৰ্গ হ'ল প্ৰাইমেট, গোত্ৰ হ'ল লৰিচিদি আৰু প্ৰজাতি হ'ল লিক্তিচেবা কওকাং। এইবিধ বান্দৰৰ নোমবোৰ চুটি। গাটো লাহি, মেকুৰীৰ লগতহে তুলনা কৰিব পাৰি। মূৰৰ ওপৰ ভাগৰ পৰা পঠিয়েদি নেজৰ গুৰিলৈকে এডাল বগা আঁচ থাকে। আকাৰত আন বান্দৰৰ তুলনাত একেবাৰে সৰু। মানুহ দেখিলেই বা পোহৰত মুখখন ঢাকি ৰাখিবলৈ চেষ্টা কৰে। সেয়ে সকলোৱে লাজুকী বান্দৰ বোলে।

**(৪) গাহৰিনেজীয়া বান্দৰ ঃ** এইবিধ বান্দৰৰ বৰ্গ হ'ল প্ৰাইমেট, গোত্ৰ হ'ল চাৰকোপিথেচিদি আৰু প্ৰজাতি হ'ল মেকাকা নেমেষ্টিনা। এইবিধ বান্দৰৰ নেজ সাধাৰণ বান্দৰতকৈ চুটি। নেজত নোমৰ পৰিমাণ কম। নেজডাল দেখিবলৈ ঠৰঙা ধনুৰ দৰে ওপৰমুৱাকৈ পাক খাই থাকে। নাক, মুখ আৰু চকুৰ আগত এইবিধ বান্দৰৰ নোম থাকে।

**(৫) খৰানেজীয়া বান্দৰ ঃ** এইবিধ বান্দৰৰ বৰ্গ হ'ল প্ৰাইমেট, গোত্ৰ হ'লচাৰকোপিথেচিদি আৰু প্ৰজাতি মেকাকা স্পেচিওচা। এইবিধ বান্দৰৰ নেজডাল একেবাৰে চুটি। দূৰৰ পৰা সহজে নেজডাল চকুত নপৰে। সাধাৰণতে মেকেক গোষ্ঠীৰ সকলোবিলাকবান্দৰৰ দেহত নেজৰ বিকাশ হয়। চিম্পাজী, গৰিলা ওৰাং, ওটান আদি বান্দৰৰ গোষ্ঠীৰ প্ৰাণীৰ নেজ নাথাকে। মেকেকা ফৈদৰ বান্দৰৰ নেজ নথকা হিচাপে খৰানেজীয়া এক ব্যতিক্ৰম।

**(৬) সাধাৰণ বান্দৰ বা মলুৱা বান্দৰ ঃ** এইবিধ বান্দৰৰ বৰ্গ হ'ল প্ৰাইমেট,গোত্ৰ হ'ল চাৰকোপিথেচিদি আৰু প্ৰজাতি মেকাকা মিউলেটা। এইবিধ বান্দৰ অসমৰ সকলো ঠাইতে দেখিবলৈ পোৱা যায়। এইবিধ বান্দৰ সমাজপ্ৰিয়। ইহঁতে জাক পাতি বাস কৰে। জাকৰ মাজত একো একোটা ডাঙৰ আকাৰৰ মতা বান্দৰ বাস কৰে। এই মতা বান্দৰটো কেতিয়াবা গাইগুটিয়াভাৱে বিচৰণ কৰে। মানুহে মলুৱা বান্দৰ বোলে। মলুৱাৰ টিকাত এচটা ৰঙা বৰণীয়া কুচন জিলিকি থাকে। উক্ত ছয় প্ৰকাৰৰ বান্দৰৰ উপৰি অভয়াৰণ্যখনত হাতী, বাঘ, গাহৰি, সুগৰী পহু, হৰিণ, অজগৰ সাপ, গুই আদি বন্যপ্ৰজাতি বাস কৰে। অভয়াৰণ্যখনত ধনেশ, কাউচৰাই, কপৌ আদি চৰাই দেখিবলৈ পোৱা যায়। অভয়াৰণ্যখনৰ আকাৰ সৰু বাবেই অভয়াৰণ্যখনত থকা হাতীবোৰে খাদ্যৰ সন্ধানত দাঁতিকাষৰীয়া গাওঁবোৰত উপদ্ৰব কৰি আহিছে।

অভয়াৰণ্যৰ মাজেৰে যোৱা ৰেলপথটোৰ বাবেও বন্যপ্ৰাণীৰ এটা সমস্যা আহি পৰিছে। কেইবছৰমানৰ আগতে ৰেলপথটোত ৰেলৰ আগত পৰি এটা হাতী নিহত হৈছিল। অভয়াৰণ্য অঞ্চলত ৰেল আহা-যোৱা কৰোতে ৰেলৰ গতি নিয়ন্ত্ৰণ কৰাৰ প্ৰয়োজন আছে। অভয়াৰণ্যখনৰ বনৰক্ষীৰ তিনিটা শিবিৰ ক্ৰমে বৈদিহা, মধুপুৰ আৰু কলিয়াপানী। অভয়াৰণ্যখনৰ বনৰক্ষীসকলৰ লাগতিয়াল সা-সুবিধাখিনি চৰকাৰে দিব পৰা নাই। অভয়াৰণ্যখনত অস্থায়ীভাৱে নিযুক্ত থকা ২৮ জন বনৰক্ষী কেইবাবছৰ ধৰি চাকৰি কৰি আছে যদিও চৰকাৰে স্থায়ী কৰা নাই। তেওঁলোকে দৰমহা মাত্ৰ ৭৫০ টকা পাই আহিছে। বনৰক্ষীৰ সাজ-পোছাক, টৰ্চলাইট, কেৰাচিন তেলৰ যোগান চৰকাৰে ধৰিব পৰা নাই। চৰকাৰে 'হোলোঙাপাৰা সংৰক্ষিত বনাঞ্চল'ক কেৱল 'গিবন বন্যপ্ৰাণী অভয়াৰণ্য' নামকৰণেৰে অলংকৃত কৰি থ'লেই কৰ্তব্য শেষ নহয়, পৰ্যটকক আকৰ্ষণ কৰিবলৈ অভয়াৰণ্য সজাই তুলিব লাগিব।

*'আজিৰ বাতৰি' ১০ জানুৱাৰী ১৯৯৮*

# লাওখোৱা অভয়াৰণ্য

অসমৰ অভয়াৰণ্য কেইখনৰ ভিতৰত নগাঁও জিলাৰ 'লাওখোৱা অভয়াৰণ্য' অন্যতম। লাওখোৱা অভয়াৰণ্যলৈ স্বীকৃতি পোৱাৰ আগতে 'লাওখোৱা বনাঞ্চল ৰূপে' পৰিচিত আছিল। গমাৰী, পমা, শলখ, শিলিখা, আজাৰ, কৰৈ, চিচু, ভেলৌ, শিমলু আদি গছ-গছনিৰে ভৰপূৰ। 'লাওখোৱা অভয়াৰণ্য'ত গঁড়, হাতী, বাঘ, হৰিণা, বনৰীয়া ম'হ, বনৰীয়া গাহৰি আদি জীব-জন্তুৰ বাসভূমি। ইয়াত থকা গঁড়ৰ সংখ্যা ১২০ টালৈ বৃদ্ধি হৈছিল যদিও চোংৰা চিকাৰীৰ কবলত পৰি এতিয়া অভয়াৰণ্যখনত এটাও গঁড় নোহোৱা হ'ল। বাৰিষাকালত বুঢ়া চাপৰি বনাঞ্চল আৰু কাজিৰঙাৰ পৰা দুই-এটা গঁড় অভয়াৰণ্যত প্ৰৱেশ কৰে যদিও চোৰাং চিকাৰীয়ে সুবিধা বুজি নিধন কৰি আহিছে। চৰকাৰে নামতহে 'লাওখোৱা বনাঞ্চল'ৰ জীব-জন্তুৰ নিৰাপত্তাৰ বাবে 'লাওখোৱা অভয়াৰণ্য'ৰ নামকৰণ কৰিলে। আচলতে চৰকাৰৰ অৱহেলাৰ বাবে আজি 'লাওখোৱা অভয়াৰণ্য' ধ্বংসৰ পথত গতি কৰিছে। বৰ পৰিতাপৰ বিষয় পৰ্যটক অহা 'লাওখোৱা অভয়াৰণ্য' পথ দুটাকৈ বন্ধ হৈ আছে। ৩৭ নং ৰাষ্ট্ৰীয় পথৰ চামগুৰিৰ পৰা 'লাওখোৱা অভয়াৰণ্য' লৈ যোৱা ১৬ কিঃ মিঃ পথটো দলং ভাঙি বহু বছৰ ধৰি বন্ধ হৈ আছে। যোৱা ২৬/১০/১৯৯৭ তাৰিখে নগাঁৱৰ পৰা ৰূপহী হৈ 'লাওখোৱা অভয়াৰণ্য' লৈ এই লেখক গৈছিলো। নগাঁৱৰ পৰা ১৫ কিঃ মিঃ পথ অতিক্ৰম কৰাৰ পাছতে শিঙিমাৰী অঞ্চলটোত থকা পথৰ দলংখন ভাঙি থকাত 'লাওখোৱা অভয়াৰণ্য' লৈ যোৱাৰ আশা ত্যাগ কৰিব খোজোতে ইমৰান হুছেইন নামৰ এজন যুৱকে এখন ধাননি পথাৰৰ মাজেৰে লৈ গৈ পুনৰ মুলপথ উলিয়াই শালপাৰা অঞ্চল পোৱালে। সেইদিনা দেওবাৰ আছিল যদিও অঞ্চলটোৰ স্কুলবোৰ খোলা আছিল। হুছেইনে জনালে যে দেওবাৰৰ পৰিৱৰ্তে শুকুৰবাৰেহে অঞ্চলটোৰ স্কুলসমূহ বন্ধ থাকে। হুছেইন আমাৰ পথ প্ৰদৰ্শক হিচাপে লাওখোৱা অঞ্চলৰ নম্বৰী নামৰ দলংখনলৈকে আগবঢ়াই বিদায় লৈছিল। সঁচাকৈ সেইদিনা হুছেইনৰ সহায়ৰ বাবেই 'লাওখোৱা অভয়াৰণ্য' দেখাৰ সৌভাগ্য ঘটিছিল।

'লাওখোৱা অভয়াৰণ্য'ৰ মাটি কালি প্ৰায় ৭০০০ হেক্টৰ আছিল যদিও বৰ্তমান বেদখলৰ কবলত পৰি প্ৰায় ৩০০০ হেক্টৰ বনাঞ্চল আছেগৈ। এইবোৰত

ঘৰ-দুৱাৰ সাজি খেতি-পথাৰৰ মাটিত পৰিণত কৰিলে। চুতীয়াপাৰ, লেতেৰীপাৰ, বৌ-মাৰী, লালুংগাঁও, কঠালগুৰি দন্দুৱা, মৈচালকুৰ, নলকটা, শিঙিমাৰী, ১ নং লাওখোৱাৰ পৰা ৭ নং লাওখোৱা আৰু লাওখোৱা সীমাৰ কদমনলাৰ চুইচ্‌গেট আদি সকলোবোৰ বেদখলকাৰীয়ে বাসভূমিত পৰিণত কৰিলে। চৰকাৰে অভয়াৰণ্যৰ ইমানবোৰ ঠাই বেদখল কৰাৰ পাছতো উচ্ছেদৰ কোনো ব্যৱস্থা আজিলৈকে ল'ব পৰা নাই। বেদখলকাৰীৰ সহযোগত চোৰাং চিকাৰী তথা চোৰাং কাঠ বেপাৰীয়ে 'লাওখোৱা অভয়াৰণ্য'ক ৰক্ষা কৰিবলৈ বিচৰা বনৰক্ষীক তেওঁলোকৰ প্ৰধান শত্ৰু হিচাপে জ্ঞান কৰি আহিছে। কিছুদিন আগতে অভয়াৰণ্যৰ কালিয়াডিঙাৰ মহাৰিপাৰাত ৰেঞ্জাৰসহ বনৰক্ষীৰ দলক চোৰাং কাঠ ব্যৱসায়ীয়ে আক্ৰমণ কৰি বনৰক্ষীৰ পৰা বন্দুকসহ বেতাৰযন্ত্ৰও কাঢ়ি নিছিল। চৰকাৰে অভয়াৰণ্য আৰু বনৰক্ষী নিৰাপত্তাৰ ক্ষেত্ৰত 'লাওখোৱা অভয়াৰণ্য'ত সোনকালে অত্যাধুনিক অস্ত্ৰৰ যোগান ধৰাৰ প্ৰয়োজন আছে। অভয়াৰণ্যৰ কিছুমান এনেকুৱা অঞ্চল আছে যেনে মৈচালকুৰ ইয়াত বনৰক্ষীয়ে অস্ত্ৰ নোহোৱাকৈয়ে তহলেই দিব নোৱাৰে। অভয়াৰণ্যখনত মুঠ বনকৰ্মীৰ সংখ্যা ৮০ জনমান আছে। বনৰক্ষীৰ সংখ্যা ২২ জন আৰু অস্থায়ীভাৱে ২০ জনমানহে আছে। অস্থায়ীভাৱে থকা কৰ্মচাৰীসকলে ৩০০-৪০০ টকা মাহে পাই আহিছে। বনৰক্ষীসকলৰ সাজ-পোছাক চৰকাৰে যোগান ধৰা নাই। তদুপৰি বনৰক্ষীৰ সংখ্যা কম হোৱাত বেলতলা, পাছঘৰীয়া, বাঘমাৰী, ৰূপহীমুখ, আদি ঠাইত অভয়াৰণ্যখনৰ ভিতৰত থকা কেম্পসমূহ বন্ধ কৰি দিয়াত অভয়াৰণ্যৰ সুৰক্ষা শিথিল হৈ পৰিছে। অভয়াৰণ্যখনত ভালে সংখ্যত বিল আছে। খলিহামাৰী, ভেচেলীমাৰী, বৌমাছু, পাভখাটি, নলনী, কাঠপৰা, গোলপুখুৰী আদি। এই বিলসমূহত মাছ-কাছৰ উপৰিও বিভিন্ন প্ৰজাতিৰ চৰাই পোৱা যায়। অভয়াৰণ্যৰ কিছু অংশ যেনে জায়নি, বগৰীআটি, ছোহনবস্তী আদি ব্ৰহ্মপুত্ৰৰ খহনীয়াৰ কবলত পৰিছে। প্ৰতিবছৰে বাৰিষা বানপানীয়ে অভয়াৰণ্যৰ জীৱ-জন্তুৰ ক্ষতি কৰি আহিছে। ওখ ভেটিৰ অভাৱত অভয়াৰণ্যখনৰ পৰা ওলোৱা জীৱ-জন্তুসমূহ ওচৰৰ গাঁওবাসীয়ে সুযোগ লৈ নিধন কৰে। অভয়াৰণ্যখনত ওখ ভেটিৰ আৱশ্যক আছে। তদুপৰি জীৱ-জন্তুৰ বেমাৰ-আজাৰৰ বাবে এখন পশু চিকিৎসালয়ৰ আৱশ্যক। অভয়াৰণ্য চাবলৈ অহা পৰ্যটকক আকৰ্ষণ কৰিবলৈ হ'লে অভয়াৰণ্যখনক অৱহেলা কৰিলে নহ'ব। তাৰ যথোচিত ব্যৱস্থা ল'ব লাগিব। নহ'লে এদিন নগাঁৱৰ 'লাওখোৱা অভয়াৰণ্য' মৰিশালিত পৰিণত হ'ব।

*আজিৰ অসম' ১৬ নৱেম্বৰ ১৯৯৭*

# সেউজী অসম কেনেকৈ ধ্বংস হ'ল

বৃটিছৰ শাসন কালত অসমৰ বনাঞ্চলসমূহ সংৰক্ষণত এক গুৰুত্ব ভূমিকা পালন কৰি অহা হৈছিল যদিও স্বাধীনতাৰ পাছত বৃটিছে প্ৰণয়ন কৰি যোৱা বন-সুৰক্ষাৰ আইনসমূহ চৰকাৰে সঠিক দিশত বলবৎ নকৰাৰ পৰিণতিতে অসমৰ বনাঞ্চল ধ্বংসৰ গৰাহত পৰিল। পৰিৱেশ সংৰক্ষণৰ বাবেই বৃটিছে নামবৰ কাজিৰঙা, মানস আদি বনাঞ্চলসমূহ সংৰক্ষণ কৰি বন্যপ্ৰাণীসমূহকো সুৰক্ষা প্ৰদান কৰিছিল। বনৰীয়া হাতী সংৰক্ষণৰ বাবেই বৃটিছে ১৮৮২ চনতে আইন প্ৰস্তুত কৰাৰ লগতে বন্যপক্ষী সংৰক্ষণৰ বাবে ১৮৯৭ চনত আইন প্ৰস্তুত কৰে। ১৮৯১ চনত বৃটিছে বনাঞ্চল সংৰক্ষণ আইন বলবৎ কৰে। ঔপনিৱেশিক বৃটিছৰ বনজ সম্পদ সংৰক্ষণৰ উক্ত আইনসমূহ স্বাধীনতাৰ পাছত একেদৰে ৰখা হৈছিল যদিও বনজ সম্পদ সংৰক্ষণত চৰকাৰে কোনো গুৰুত্ব নিদিলে। ১৮৯৪ চনত বৃটিছে ঘোষণা কৰা বননীতিৰ ভিত্তিতে স্বাধীনতাৰ পাছত ১৯৫২ আৰু ১৯৮০ চনত ৰাষ্ট্ৰীয় বনআইন প্ৰণয়ন কৰা হয়। ইয়াৰ সুদীৰ্ঘ কালৰ পিছত ১৯৮৮ চনত ৰাষ্ট্ৰীয় বননীতি ঘোষণা কৰা হৈছিল ভাৰতবৰ্ষত। অসমৰ দৰে জৈৱ বৈচিত্ৰ্যপূৰ্ণ ৰাজ্যত বননীতি নাছিল। প্ৰাক্তন বনমন্ত্ৰী প্ৰদ্যুৎ বৰদলৈৰ তৎপৰতাত ২০০২ চনতহে অসমৰ বননীতিৰ খচৰা প্ৰস্তুত কৰে যদিও বিগত ৫ বছৰত উক্ত বননীতি কাৰ্যকৰী হোৱা নাই। চাহ উদ্যোগেও অসমৰ বনাঞ্চল ধ্বংসত এক অৰিহণা যোগাইছিল আৰু বৰ্তমানো যোগাই আছে বুলিব পাৰি।

উজনি অসমত প্ৰয়োজন হোৱা চাহৰ বাকচ যোগানৰ মূল উদ্দেশ্যত যদিও প্লাইউড উদ্যোগ স্থাপন কৰা হৈছিল, পাছলৈ গোটেই ভাৰতবৰ্ষতে প্লাইউডৰ চাহিদা বৃদ্ধি পোৱাত উজনি অসমত কাঠফুলাৰ দৰে এই উদ্যোগ গঢ়ি উঠিল। ৭০ দশকলৈকে গোটেই ভাৰতবৰ্ষত গঢ়ি উঠা প্লাইউড উদ্যোগসমূহৰ ভিতৰত ৫০ শতাংশই আছিল অসমৰ। অসমত এই উদ্যোগলৈ পানীৰ দৰত কেঁচা সামগ্ৰী যোগানৰ ব্যৱস্থা ৮০ দশকলৈকে বাহাল আছিল। এই ব্যৱস্থাৰ ফলত অসমে অতি বৃহৎ পৰিমাণৰ ৰাজহ হেৰুওৱাৰ উপৰি অসমৰ বনাঞ্চলৰ মূল্যবান বনজ সম্পদ ধ্বংসত প্ৰভূত অৰিহণা যোগালে।

আনহাতে অসম আৰু অন্য ৰাজ্যসমূহৰ মাজত আন্তঃৰাজ্যিক সীমাৰেখা

বহু ক্ষেত্ৰত চিহ্নিত নহ'ল। উদাহৰণ স্বৰূপে অসমৰ পৰা ফালি মেঘালয়, নগালেণ্ড,অৰুণাচল প্ৰদেশ, মিজোৰাম আদি ৰাজ্যৰহে গঠন কৰা হ'ল, কিন্তু প্ৰায় ক্ষেত্ৰত ইয়াৰ আন্তঃৰাজ্যিক সীমাৰেখা ভালদৰে নিৰ্দ্ধাৰিত নহ'ল। আজি কেইবাদশক ধৰি এই সীমাৰেখা চিহ্নিত নোহোৱাৰ ফলত সীমান্ত অঞ্চলত যিমানবোৰ বনাঞ্চল আছে সেই সকলোবোৰতে বনাঞ্চল ধ্বংসৰ লগতে বেদখলৰ প্ৰকোপো বৃদ্ধি পালে।

অসমত বৈজ্ঞানিক পদ্ধতিৰে বনাঞ্চল পৰিচালনা কৰিবলৈ লোৱাৰ সময়ত বনজ সম্পদ আহৰণ কৰাৰ ফলত বিধি অনুযায়ী বনানীকৰণৰ প্ৰয়োজন আহি পৰিল। কিন্তু অটব্য হাবিৰ মাজত পুলি বাগান কৰিবৰ বাবে বনুৱা যোগানৰ সমস্যাই দেখা দিছিল। এই অভাৱ পূৰণ কৰিবৰ বাবে বৃটিছ চৰকাৰে সংৰক্ষিত বনাঞ্চলৰ মাজত বনগাঁও স্থাপন কৰি বনুৱাৰ চাহিদা পূৰণ কৰিলে। বনগাঁৱৰ ৰাইজে বন বিভাগৰ পৰা খেতি কৰিবৰ বাবে ৰাজহমুক্ত খেতিৰ মাটি পোৱাৰ উপৰি নিজৰ প্ৰয়োজনীয় বাঁহ-বেত, খৰি আৰু ঘৰ সাজিবৰ বাবে কাঠ আদি হাবিৰ পৰাই শুল্কবিহীনভাৱে আহৰণ কৰি ল'ব পাৰিছিল। পুলি বাগানৰ বাবে টঙ্গিয়া পদ্ধতিৰ সৃষ্টি কৰি পুলি বাগানৰ মাজত ২ বা ৩ বছৰৰ বাবে খেতি কৰাৰ সুবিধা প্ৰদান কৰা হৈছিল। ইয়াৰ বিনিময়ত বনগাঁৱৰ মানুহে পুলিবাগান কৰিবৰ বাবে প্ৰতিদিনৰ হাজিৰাৰ বিনিয়মত কৰ্মীৰ যোগান ধৰাৰ উপৰিও প্ৰতি ঘৰে এজনকৈ ব্যক্তি বছৰেকত ১০ দিনৰ মুক্ত শ্ৰমদান দিব লাগিছিল। ইয়াৰ উপৰি হাবিত জুই লাগিলে বা আন প্ৰয়োজন সাপেক্ষে বন-বিভাগক সহায় কৰিব লাগিছিল। বন বিভাগে বনগাঁৱৰ প্ৰতি ঘৰৰ প্ৰতি সদস্যৰ নাম, বয়স, লিঙ্গ আৰু সংৰক্ষিত বনাঞ্চলৰ কিমান মাটি ভোগ দখল কৰিব দিয়া হৈছে, মুক্ত শ্ৰমদানৰ হিচাপ আদিৰ বিতং তথ্য নিৰ্দিষ্ট বহীত নিয়মীয়াভাৱে লিপিবদ্ধ কৰি ৰাখিছিল। ষাঠি দশকলৈ এই পদ্ধতিৰ সহায়ত সুকলমে বন বিভাগ চলি আছিল। ক্ৰমান্বয়ে বনগাঁওসমূহত সদস্যৰ সংখ্যা বৃদ্ধি পোৱাত সংৰক্ষিত বনাঞ্চলৰ অধিক ভূমি খেতি কৰিবৰ বাবে মোকলাই দিয়া হ'ল। অবৈধভাৱেও বনভূমি বনগঞাই অধিগ্ৰহণ কৰিলে। বনগাঁও সমূহৰ প্ৰয়োজনীয় নথি বন বিভাগে নিয়মিতভাৱে জৰিপ কৰি নথিভুক্ত নকৰা হ'ল। এনেদৰেই বনগাঁও সমূহৰ ওপৰত বন বিভাগৰ কৰ্তৃত্ব শিথিল হৈ আহিবলৈ ধৰিলে। অৱশেষত বনগঞাই কাঠৰ চোৰাং কাৰবাৰীৰ লগত হাত মিলাই বননি ধ্বংস কাৰ্যত হাত উজান দিয়া হ'ল।

এখন বনাঞ্চল বৈজ্ঞানিক পদ্ধতিৰে পৰিচালনা কৰিবলৈ হ'লে প্ৰতিখন বনাঞ্চলৰে চাৰিসীমা, সীমাৰ খুঁটা, পৰিদৰ্শন পথ, জুই ৰেখা, (Fire Line) আদি প্ৰতি বছৰে পৰিষ্কাৰ কৰি প্ৰয়োজন সাপেক্ষে বনাঞ্চলৰ সীমাৰ পকী খুঁটা মেৰামটি কৰা বা স্থাপন কৰিব লাগিব। বনাঞ্চলৰ ৰাস্তা-ঘাট আজি মেৰামতি কৰি বন কৰ্মী অহা-যোৱা কৰিবৰ বাবে সুচল কৰা হৈছিল। নিয়মিতভাৱে সংৰক্ষিত বনাঞ্চলৰ সীমা জৰীপ কৰা হৈছিল। এই সমস্ত কাম চোৱা-চিতা কৰিবৰ বাবে প্ৰতি বন সংমণ্ডলত Consolidation Range নামৰ এক বনাঞ্চলিক কাৰ্যালয় স্থাপন কৰা হৈছিল আৰু তাৰ বাবে নিৰ্দিষ্ট পৰিমাণৰ ধন ধাৰ্য কৰি কাৰ্য সাধন কৰা হৈছিল। ইয়াৰ উপৰি আন আন বনাঞ্চলিক কাৰ্যালয়সমূহেও এনে ধৰণৰ কাৰ্য নিয়মিতভাৱে ৰূপায়ন কৰিছিল। ইয়াৰ ফলত সংৰক্ষিত বনাঞ্চলসমূহৰ সীমা সুৰক্ষিত হৈছিল আৰু বেদখল ৰোধ কৰিব পৰা গৈছিল। কিন্তু কালক্ৰমত বনাঞ্চলৰ সীমা জৰীপ, সুৰক্ষা, ৰাস্তা-ঘাট আদিৰ চোৱা-চিতাৰ কাম কমি গৈ বৰ্তমান প্ৰায় নোহোৱাৰ দৰেই হৈছে। ফলত বনাঞ্চল ধ্বংস আৰু বেদখল ৰোধ কৰিব পৰা অৱস্থা বৰ্তি থকা নাই। বৰ্তমান চৰকাৰে সীমা সুৰক্ষা আৰু ৰাস্তা-ঘাট মেৰামতিৰ কাৰণে পুঁজিৰ যোগান নধৰে। ওপৰত উল্লেখ কৰা নিৰ্দিষ্ট কামসমূহ বনবিভাগে নিয়মীয়াকৈ কৰি থকা হ'লে গুৱাহাটী হেন ঠাইতো থকা সংৰক্ষিত বনাঞ্চল সমূহ বেদখল মুক্ত কৰিব পৰা গ'লহেঁতেন আৰু ৰাইজৰ দুখ-দুৰ্গতি নহ'লহেঁতেন।

ক্ষেত্ৰ পৰ্যায়ত বনাঞ্চলসমূহৰ ৰক্ষা আৰু চোৱা-চিতা কৰাৰ দায়িত্ব ঘাইকৈ বনৰক্ষী, বন-পালক আৰু বনাঞ্চলিক বিষয়াৰ ওপৰত ন্যস্ত থাকে। ৮০ দশকলৈকে বনৰক্ষী মকৰলৰ ক্ষমতা সংমণ্ডল বনপ্ৰাধিকাৰী (D.F.O.) আৰু বন-পালকৰ মকৰলৰ দায়িত্ব বনসংৰক্ষক (Consovator)ৰ ওপৰত ন্যস্ত আছিল। তেতিয়া এই বিষয়াসকলে ৰাজনীতিকে আদি কৰি কোনো ধৰণৰ হেঁচাৰ সমুখীন নোহোৱাকৈ স্বতন্ত্ৰভাৱে বিধি অনুযায়ী উপযুক্ত, কাৰ্যক্ষম, হাবিত থাকি কাম কৰিব পৰা বিশেষকৈ গাঁৱত বাস কৰা পাহুৱাল ডেকা ল'ৰাক বাছনি কৰি ল'ব পাৰিছিল। ইয়াৰ ফলত বন বিভাগৰ ক্ষেত্ৰ কৰ্মচাৰীসকলে বিভাগীয় শৃঙ্খলা মানি হাবিত থাকি কাৰ্য সম্পাদন কৰিবলৈ সংকোচ বা ভয় কৰা নাছিল। ফলত বনাঞ্চল ৰক্ষা কৰিব পাৰিছিল। এনে ধৰণৰ লোকৰ গাঁৱত খেতি বাতি কৰাৰ অভিজ্ঞতা থকাৰ ফলত বিভাগীয় গছৰ বাগিচাসমূহৰ কামো নিয়াৰিকৈ

কৰিব পাৰিছিল। আজিকালি বিভাগীয় কৰ্মচাৰীৰ মকৰলৰ পদ্ধতি জটিল কৰাৰ ফলত আৰু ৰাজনৈতিক নেতাৰ হস্তক্ষেপৰ ফলত প্ৰায় ক্ষেত্ৰতে অনুপযুক্ত গুৰি শকত লোক বিভাগত মকৰল কৰাৰ ফলত বন বিভাগৰ দৰে নিয়মানুৱৰ্তিতা মানি চলা বিভাগৰ আন্তঃগাঁঠনি ভাঙি পৰিল। বিভাগীয় প্ৰশাসনৰ বিশেষকৈ কৰ্মচাৰীৰ নিয়মিত অদল-বদলৰ ক্ষেত্ৰত প্ৰত্যক্ষ ৰাজনৈতিক হস্তক্ষেপৰ ফলত বিভাগীয় অনুশাসন প্ৰায় নোহোৱাৰ দৰে হৈ পৰিল। এই কাৰণ সমূহৰ কাৰণে ক্ষেত্ৰ কৰ্মচাৰী সকলৰ মাজত চহৰাঞ্চল আৰু বিভাগীয় তালাচী চকীসমূহত থকাৰ মানসিকতাই ঠাই পালে আৰু বনাঞ্চলত থাকি সেৱা আগবঢ়োৱা মানসিকতা প্ৰায় নোহোৱা কৰি তুলিলে। এনেধৰণৰ হস্তক্ষেপৰ কাৰণে বিভাগীয় তালাচী চকীৰ পৰা বা চহৰাঞ্চলৰ পৰা এজন ক্ষেত্ৰ কৰ্মচাৰীক নিয়মিত বদলি কৰাতো এজন বনসংমণ্ডল প্ৰাধিকাৰীৰ কাৰণে জটিল হৈ পৰিল।

৭০ ৰ দশকলৈকে এজন বনাঞ্চলিক বিষয়া বা এজন বন সংমণ্ডল প্ৰাধিকাৰীৰ বদলি কৰণৰ ক্ষেত্ৰত কিছুমান নিৰ্দিষ্ট নিয়ম চৰকাৰে মানি চলিছিল; যেনে — বিষয়াসকলে কোনো এঠাইত কমেও তিনি বছৰ নিশ্চিত মনে কাম কৰিব পাৰিছিল, আঁচনিৰ ধন সময়মতে অহাতো নিশ্চিত আছিল, বিষয়াসকলে ক্ষেত্ৰ পৰিদৰ্শনৰ সময়ত যি কামৰ দিহা দিছিল সেই কামৰ ধন সময়ত মোকলাই দিয়া হৈছিল আৰু কাম সেই মতে ৰূপায়িত হৈছিল। কিন্তু আজি-কালি কোনো এজন বিষয়াৰ কাৰ্যকাল সেই ঠাইত কিমান দিন বৰ্তি থাকে তাৰ কোনো নিশ্চয়তা নাই; এজন বিষয়াৰ ম্যাদ তিনি বছৰো হ'ব পাৰে। গুৰুত্বপূৰ্ণ ঠাইৰ বিষয়া সকলৰ কাৰ্যকালত অনিশ্চয়তাৰ কাৰণে সেই বিষয়া সকলৰ এটা চকু আৰু এখন কাণ সদায় দিছপুৰত আবদ্ধ কৰি ৰাখিব লগা হয়। মাহেকে পষেকে বিষয়া সকলৰ দিছপুৰ ভ্ৰমণ এটা নিয়মত পৰিণত হৈছে। ৰাজনৈতিক হস্তক্ষেপত এচাম বিষয়াই সদায় গুৰুত্বপূৰ্ণ স্থানত স্থান লাভ কৰি আহিছে আৰু ৰাজনৈতিক স্থলাভিষ্ট নোহোৱা বিষয়া-কৰ্মচাৰীসকল, বহু ক্ষেত্ৰত যথেষ্ট প্ৰতিভাসম্পন্ন হোৱাৰ সত্ত্বেও গুৰুত্বহীন স্থানত থাকিব লগা হৈছে। বিভাগটোত উপযুক্ত ব্যক্তি উপযুক্ত স্থানত নথকাৰ কাৰণে উপযুক্ত সেৱাৰ পৰা বঞ্চিত হৈ আহিছে। এই অনিশ্চয়তাৰ কাৰণে বিষয়াসকলে নিয়মিতভাৱে কৰিবলগা বনাঞ্চল পৰিদৰ্শনৰ কাৰ্য অৱহেলা কৰি আহিছে।

বিংশ শতাব্দীৰ শেষৰ ফালে অসম তথা সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলত উগ্ৰবাদী

সংগঠন সমূহে গা-কৰি উঠি থিতাপি লভিলে। অসমৰ বনাঞ্চলসমূহ আন্তঃৰাজ্যিক তথা আন্তঃৰাষ্ট্ৰীয় সীমাৰেখালৈকে বিস্তৃত হৈ থকাৰ কাৰণে এই সংগঠনসমূহে বনাঞ্চলসমূহত থিতাপি লৈ নিজ কাৰ্যকলাপ চলোৱাৰ কাৰণে বন কৰ্মী আৰু বন বিষয়া সকলৰ দ্বাৰা নিয়মিতভাৱে বনাঞ্চলত থাকি পৰিদৰ্শন কাৰ্য সমাপন কৰাত কিছু ক্ষেত্ৰত বাধা আহি পৰিল। এই পৰিস্থিতিৰ কাৰণে হাবিত থকা বহু খণ্ড বিষয়াৰ কাৰ্যালয়, বন পৰিদৰ্শন ভৱন আৰু বন শিবিৰত বন কৰ্মী নথকাৰ ফলত বা পৰিদৰ্শনৰ অভাৱত এৰাবাৰীত পৰিণত হ'ল। ফলত দুষ্কৃতিকাৰীৰ দ্বাৰা বনাঞ্চল ধ্বংস কাৰ্য সুচল হৈ পৰিল।

বনাঞ্চলত হোৱা কাম সদায় সময় সাপেক্ষ। সময়ত কাম সমাপন নহ'লে কোনো কাৰ্য সিদ্ধি নহয়। এই কথাষাৰ উপলব্ধি কৰিয়েই ইংৰাজৰ আমোলত বন সংমণ্ডল প্ৰাধিকাৰীক প্ৰচুৰ অৰ্থনৈতিক তথা ব্যৱহাৰিক ক্ষমতা প্ৰদান কৰিছিল। খেতিৰ কাৰণে বতৰ চাই কঠীয়া নেপাৰিলে যেনেকৈ খেতি ভাল নহয় তেনেকৈ গছৰ বাগিচা তথা পুলি বাগানৰ কাম বছৰটোত নিৰ্দিষ্ট সময়ত সমাপন কৰিব নোৱাৰিলে তাৰ সুফল কেতিয়াও পাব নোৱাৰি। আশীৰ দশকলৈকে বনসংমণ্ডল প্ৰাধিকাৰী সকলে এই অৰ্থনৈতিক ক্ষমতা লাভ কৰাৰ কাৰণে সেই সময়লৈকে বনাঞ্চলৰ বাগিচা বৰ উন্নত মানৰ আছিল; তাৰ স্বাক্ষৰ এতিয়াও সেই সময়লৈকে কৰা গছৰ বাগিচাসমূহে বহন কৰিছিল। পাছত এই অৰ্থনৈতিক ক্ষমতা বনসংমণ্ডল প্ৰাধিকৰণৰ পৰা বিলোপ সাধন কৰাৰ ফলত বনবিভাগৰ আগৰ কামৰ মানদণ্ড লোপ পালে। গছৰ বাগিচা আৰু পুলি বাগান কৰাৰ সময়ত যি পৰ্যায়ত যি কাম কৰিব লাগে বৰ্তমান বিষয়াসকলে নিৰ্দিষ্ট পৰ্যায়ত সময়মতে প্ৰয়োজন হোৱা নিৰ্দিষ্ট ধন নোপোৱাৰ কাৰণে বাগানৰ কাম-কাজ বজাই ৰখাত ব্যৰ্থ হ'ব লগা হৈছে। ইয়ে বনাঞ্চল নষ্ট হোৱাত প্ৰভূত বৰঙণি যোগাইছে।

বনাঞ্চল সমূহত বেদখল কাৰ্য সৰ্বজনবিদিত। বন বিভাগ বেদখল ৰোধ কৰিবলৈ বা বেদখল উচ্ছেদ কৰিবলৈ চেষ্টা নকৰা নহয়। বহু ক্ষেত্ৰত ৰাজনৈতিক হস্তক্ষেপৰ কাৰণে এই কাম সুকলমে সমাধান নহয়গৈ। ২০০২ চনৰ জুন-জুলাই মাহত সমগ্ৰ অসমৰ বনাঞ্চলসমূহৰ পৰা যি বেদখল উচ্ছেদ কাৰ্য হাতত লৈ বহু বনাঞ্চলৰ পৰা বেদখল উচ্ছেদ কৰা হৈছিল সি সম্ভৱ হৈছিল কেৱল ভাৰতৰ উচ্চতম ন্যায়ালয়ৰ প্ৰত্যক্ষ হস্তক্ষেপৰ কাৰণেহে। এই উচ্ছেদ কাৰ্য চলি থকাৰ

মাজত পুনৰ ৰাজনৈতিক অভিসন্ধিৰ কাৰণে বন বিভাগে উচ্ছেদ কাৰ্য বন্ধ কৰি দিব লগা হ'ল।

সময়ৰ পৰিৱৰ্তনৰ লগে লগে প্ৰত্যেক বিভাগৰে বহু ধৰণৰ পৰিৱৰ্তন হ'ল, আৰক্ষী বিভাগৰ পৰা কৃষি বিভাগলৈকে। কিন্তু বন বিভাগৰ মুধাফুটা বিষয়াৰ কিছু পদ সৃষ্টি কৰাৰ বাহিৰে তাহানিৰ বন সুৰক্ষাৰ কোনো নতুন ব্যৱস্থা প্ৰৱৰ্তন নহ'ল। সংহত গ্ৰাম্য অভিকৰণ যোজনা (Integrated Rural Development Agency) আঁচনিৰ অধীনত আজি অত বছৰে যিমান কোটি টকা অসমৰ বাবে আবন্টিত হ'ল তাৰ ১০% পৰিমাণৰ ধন সামাজিক বনানিকৰণৰ বাবে ধাৰ্য কৰা আছিল। কিন্তু সেই বৃহৎ পৰিমাণৰ টকা বনানিকৰণৰ বাবে খৰচ কৰা নহ'ল।

প্ৰাকৃতিক দুৰ্যোগ, যেনে বানপানী, গৰাখহনীয়া আদিৰ ফলত স্থানান্তৰিত কৰিব লগীয়া হোৱা লোকসকলক পুনৰ সংস্থাপিত কৰিবলগা হ'লে চৰকাৰে আদিতে বনাঞ্চল সমূহৰ মাটিৰ ওপৰতে সততে চকু দিয়ে। ইয়াৰ ফলত অসমৰ বহু বনাঞ্চল নোহোৱা হ'ল। এই পানী ভগনীয়া লোকসকলক বনাঞ্চলৰ পৰিৱৰ্তে ভাল চৰ অঞ্চলৰ চৰকাৰী মাটিত বহুওৱা হ'লে অসমৰ কিছু বনাঞ্চল ৰক্ষা কৰিব পৰা গ'লহেতেন আৰু অসমৰ মাটিত সন্দেহযুক্ত বিদেশী নাগৰিকৰ আগমন কিছু হ'লেও ৰোধ কৰিব পৰা গ'লহেতেন।

অসমৰ বহু বনাঞ্চলৰ পৰা চৰকাৰী প্ৰশাসন যন্ত্ৰৰ চকুৰ আগেদিয়েই চাইকেলত, ঠেলাগাড়ীত, মানুহৰ কান্ধত বা মূৰত আনকি ৰেল গাড়ীতো বৃহৎ পৰিমাণৰ খৰি প্ৰত্যেক দিনেই আহৰণ কৰি কিছু দুষ্কৃতিকাৰীয়ে নিজৰ ঘৰৰ চাহিদা পূৰণ কৰাৰ উপৰি খৰিৰ ব্যৱসায় কৰি আহিছে। এইদৰে বনাঞ্চলৰ পৰা খৰি আহৰণ কৰাৰ নামত বনাঞ্চল সমূহৰ প্ৰভূত ক্ষতি সাধন কৰা হৈছে। সামাজিক বনানীকৰণ আঁচনি সফলভাৱে ৰূপায়িত কৰি জনসাধাৰণৰ খৰি-খেৰৰ সমস্যা সমাধান কৰিব পৰা গ'লহেঁতেন। পাঞ্জাব, হাৰিয়ানা, উত্তৰ প্ৰদেশ আদি ৰাজ্যত কৃষি বনানীকৰণ (Agro-Forestry) আঁচনি সফলভাৱে ৰূপায়িত কৰি নিজৰ চাহিদা পূৰণ কৰাৰ উপৰি বনজ সম্পদৰ দ্বাৰা প্ৰতিষ্ঠিত উদ্যোগলৈ কেঁচামাল যোগান ধৰিবলৈ সক্ষম হৈছে। বনাঞ্চলৰ বেদখলত ৰাজনীতিৰ হস্তক্ষেপ আহিছিল ১৯৬৬ চনত। অসমৰ তদানীন্তন মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই ১৯৬৬ চনত গোলাঘাট জিলাত বনবিভাগে সংৰক্ষিত বনাঞ্চলত

চলোৱা বেদখল উচ্ছেদ অভিযানত হস্তক্ষেপ কৰি খেতি নচপোৱা পৰ্যন্ত উচ্ছেদ অভিযান বন্ধ ৰাখিবলৈ নিৰ্দেশ দিয়াৰ পৰিপ্ৰেক্ষিতত‌ে বেদখলকাৰীসকল উৎসাহিত হৈ বনাঞ্চল ধ্বংস যজ্ঞত নামি পৰিল। ইয়াৰ পৰৱৰ্ত্তী পৰ্যায়তো অসমৰ বিভিন্ন প্ৰান্ত থকা সংৰক্ষিত বনাঞ্চল বেদখল মুক্ত কৰিবলৈ বনবিভাগে একাধিক উচ্ছেদ অভিযান চলাইছিল যদিও প্ৰতিবাৰেই ৰাজনৈতিক হস্তক্ষেপৰ বাবেই উচ্ছেদ অভিযানত বনবিভাগ সফল হ'ব পৰা নাছিল। অন্যহাতে বনবিভাগে বেদখল উচ্ছেদ কৰা মুক্ত অঞ্চলত তৎকালে বনানীকৰণ কৰাৰ প্ৰয়োজন যদিও বনবিভাগৰ হাতত প্ৰয়োজনীয় গছ পুলি নথকাৰ বাবে মুক্ত কৰা অঞ্চলসমূহ পুনৰ বেদখলকাৰীয়ে নিজৰ দখললৈ নিবলৈ সুবিধা পালে।

১৯৬৮ চনৰ পৰা ভাৰতীয় বন সেৱাৰ বহু অনা অসমীয়া বিষয়াৰ অসমলৈ আগমন ঘটিল। প্ৰায় ক্ষেত্ৰতে দেখা যায় যে এইসকল বিষয়াৰ অসমৰ প্ৰতি দায়বদ্ধতা স্বাভাৱিক কাৰণত স্থানীয় বিষয়াসকলতকৈ কম। কেৱল চাকৰিৰ খাতিৰত অসমলৈ অহা এইসকল বিষয়াই উৰ্দ্ধতম মহলক যেনে তেনে সন্তুষ্ট কৰি নিজৰ কাৰ্য সিদ্ধি কৰি পাছত নিজৰ ৰাজ্যলৈ প্ৰস্থান কৰে। ভাৰতীয় বন সেৱাৰ বিষয়া হোৱা হেতুকে এইসকল বিষয়াৰ অসম বন সেৱাৰ বিষয়াতকৈ বেতন বেছি আৰু পদোন্নতিও খৰ হয়। এইবোৰ কাৰণতে ভাৰতীয় বন সেৱাৰ বিষয়াসকলৰ মনত আত্মভিমানে ঠাই পায় আৰু স্থানীয় বিষয়া তথা কৰ্মচাৰীসকলৰ লগত সদ্ভাবৰ সততে অভাৱ ঘটে। ইয়ে প্ৰশাসন তথা বনাঞ্চল সুচাৰুৰূপে পৰিচালনা কৰাত বাধাৰ সৃষ্টি কৰে। ভাৰতীয় প্ৰশাসনিক বিষয়াসকলে কৰ্ম তথা ৰাজ্যখনৰ প্ৰতি দায়বদ্ধতাতকৈ বৈষয়িক সা-সুবিধাৰ প্ৰতি বেছি সচেতন হোৱা দেখা যায়। ১৯৬৮ চনত সৰ্বভাৰতীয় অখণ্ডতা (Integity) প্ৰতি লক্ষ্য ৰাখি গোটেই ভাৰতবৰ্ষতে এই সেৱা প্ৰৱৰ্তন কৰিছিল। যি উদ্দেশ্য আগত ৰাখি ভাৰত চৰকাৰে এই সেৱা প্ৰৱৰ্তন কৰিছিল সেই উদ্দেশ্য সফল হোৱা দূৰৰে কথা, বৰঞ্চ এই সেৱাই প্ৰশাসনিক তথা বিভাগটোক পৰোক্ষভাৱে ক্ষতিহে সাধন কৰিছে। বন বিভাগত উৰ্ধতন বিষয়াসকলৰ ব্যক্তিস্বাৰ্থৰ উদাহৰণ এটা দাঙি ধৰা হ'ল। ২০০৭ চনত বন বিভাগৰ উৰ্ধতন বিষয়াৰ স্থিতি এনে ধৰণৰ— প্ৰধান মুখ্য সংৰক্ষক এজন থাকিব লাগে যদিও আছে ২ জন, মুখ্য বন সংৰক্ষক চাৰিজনহে থাকিব লাগে যদিও আছে ৮ জন। সেইদৰে বন সংৰক্ষক ১৭ জন থাকিব লাগে যদিও আছে ২০ জন। কিন্তু ইয়াৰ

বিপৰীতে বনভূমি তথা বন্যপ্ৰাণীৰ ৰক্ষণাবেক্ষণত প্ৰত্যক্ষভাৱে সেৱা আগবঢ়াই থাকিবলগীয়া ৬৮১৬ জনৰ বিপৰীতে বৰ্তমান ৫৮৯৫ জনহে বন বিভাগৰ কৰ্মচাৰী আছে। উৰ্ধতন বিষয়াসকল বনাঞ্চললৈ যোৱাৰ পৰিৱৰ্তে কম্পিউটাৰৰ মাজতে বিবিধ ভুৱা তথ্য আৱদ্ধ ৰাখি আৰু প্ৰদৰ্শন কৰি নিজৰ কৰ্তব্য সমাপন কৰিব বিচাৰে। বৰ্তমান অসমৰ বনাঞ্চল ধ্বংসৰ আন কাৰণ হ'ল ৰাজনৈতিক হস্তক্ষেপ আৰু অদূৰদৰ্শিতা আৰু নেতাৰ দুৰ্নীতি। ৰাজনৈতিক নেতাই বনাঞ্চলসমূহ বেদখলমুক্ত কৰাত আৰু বিভাগৰ প্ৰশাসনিক দিশত সততে হস্তক্ষেপ কৰি অহাটো সাধাৰণ কথা হৈ পৰিছে।

১৯৮০ চনত অসম চৰকাৰে বিভাগীয়ভাৱে বন বিভাগৰ দ্বাৰা গছ কটা নীতি প্ৰৱৰ্তন কৰে। সেই সময়ৰ আগলৈকে বনাঞ্চলৰ গছ কাটিবৰ কাৰণে বনাঞ্চলত কূপ দিছিল আৰু কূপ পাওঁতা ঠিকাদাৰে বিভাগীয় নীতি-নিয়ম অনুসৰি গছ কাটিছিল। বিভাগীয়ভাৱে গছ কাটিব লগা হোৱাৰ ফলত বনাঞ্চলিক বিষয়া প্ৰায় সমস্ত কৰ্মচাৰী কাঠ কটা, আহৰণ কৰা, ডিপোত জমা কৰা, আদি উপৰোৱা কামত জড়িত হ'বলগা হ'ল। ইয়াৰ মাজতে কিছু বিষয়াই নিজৰ ব্যক্তিগত স্বাৰ্থৰ অনুকুলে কাম কৰিবলৈ ধৰিলে। বিভাগীয়ভাৱে গছ কটাৰ ধামখুমিয়াত পৰি বনাঞ্চলৰ মূল কাম যেনে — বনাঞ্চলত টহল দিয়া, সংৰক্ষণ-ৰক্ষণাবেক্ষণ, বীজতলি আৰু বাগিচা তৈয়াৰ আদি নিয়মীয়া কামসমূহৰ প্ৰতি চকুত লগাকৈ অৱহেলা কৰিবলৈ ধৰিলে। ইয়াৰ ফলতো বনাঞ্চলৰ বিস্তৰ ক্ষতি হ'ল।

আকৌ ১৯৭৭ চনত তেতিয়াৰ জনতা চৰকাৰৰ দিনত চৰকাৰৰ ৰাজহ বৃদ্ধিৰ বাবে গোটেই অসমৰ বনাঞ্চলত ব্যাপক পৰিমাণে গছ কাটিবৰ বাবে কিছুমান লোকক অনুজ্ঞাপত্ৰ দিয়ে। এই লীজৰ অধীনত বনাঞ্চলত গছ কাটিবলৈ দিয়া প্ৰক্ৰিয়া অবৈজ্ঞানিক আৰু বনাঞ্চলৰ হিতৰ পৰিপন্থী আছিল। চৰকাৰৰ এই সিদ্ধান্ত কিছু উচ্চপদস্থ বন বিষয়াই আপত্তি কৰিছিল। কিন্তু চৰকাৰে এই আপত্তিলৈ কৰ্ণপাত নকৰিলে। ফলত লীজত বনাঞ্চলৰ পৰা গছ কাটি আহৰণ কৰা প্ৰক্ৰিয়া আৰম্ভ হ'ল। উজনি অসম চক্ৰৰ বন সংৰক্ষক শশধৰ ৰাজখোৱাই চৰকাৰৰ বনাঞ্চল পৰিপন্থী এই সিদ্ধান্ত মানিবলৈ অস্বীকাৰ কৰাত তেওঁক ততালিকে সেই স্থানৰ পৰা বদলি কৰিছিল। চৰকাৰৰ ৰাজহ বঢ়োৱাৰ নামত সেই সময়ত অসমৰ বনাঞ্চলৰ পৰা বৃহৎ পৰিমাণৰ বছা বছা মাতৃ বৃক্ষ (Mother

tree) কটা গ'ল। জনতা চৰকাৰৰ পাছত কংগ্ৰেছ চৰকাৰ ৰাজপাটত উঠিলত শশধৰ ৰাজখোৱাক পুনৰ পূব অসম বন সংৰক্ষকৰ পদত ৭-৮-৭৮ তাৰিখে বহুওৱা হ'ল আৰু লীজত গছ কটা প্ৰক্ৰিয়া সামৰা হ'ল। কিন্তু ইতিমধ্যে বনাঞ্চলৰ বিস্তৰ ক্ষতি সাধন কৰা হ'ল। উত্তৰ পূৰ্বাঞ্চলত উচ্চতম ন্যায়ালয়ৰ নিষেধাজ্ঞাৰ ফলত বনাঞ্চল কটা কিছু কমিল যদিও ন্যায়ালয়ৰ সুৰুঙা লৈ এচাম চোৰাং কাঠ বেপাৰী একাংশ বন বিষয়াই এতিয়াও বনাঞ্চল ধ্বংস কাৰ্য চলাই গৈছে। উল্লেখযোগ্য যে উচ্চতম ন্যায়ালয়ত ১৯৯৫ চনত টি. এন. গোধাবৰ্মনে ২০০২/৯৫ নম্বৰৰ এক গোচৰ তৰাত উচ্চতম ন্যায়ালয়ে ভাৰতবৰ্ষ তথা উত্তৰ পূৰ্বাঞ্চলত গছ কটা নিষিদ্ধ কৰি ১৯৯৬ চনৰ ১২ ডিচেম্বৰত এক নিষেধাজ্ঞা জাৰি কৰে। উক্ত নিষেধাজ্ঞাৰ পিছতো অসমত বনাঞ্চল ধ্বংস যজ্ঞ আৰু বেদখল চলি থাকিল।

অসমৰ বনাঞ্চল ধ্বংস আৰু বেদখলৰ বাবে চৰকাৰেই সম্পূৰ্ণৰূপে জগৰীয়া। ১৯৬৫ চনৰ চৰকাৰী নিৰ্দেশনা মতে এখন সংৰক্ষিত বনাঞ্চল ঘোষণাৰ লগে লগে উক্ত এলেকাক সংশ্লিষ্ট ৰাজহ বিভাগে সংশোধন কৰিব লাগে। কিন্তু দেখা যায় যে, বহু বনাঞ্চলৰ নথি সংশোধন নকৰাৰ ফলত বছৰ বছৰ ধৰি উক্ত মাটি ৰাজহ বিভাগৰ অন্তৰ্গত নথিভুক্ত হৈ থাকে। যাৰ ফলত উক্ত মাটি ৰাজহ বিভাগে আবণ্টন দিয়াৰ ফলত ঘোষণা কৰা সংৰক্ষিত বনাঞ্চল সমূহতে মানুহে দখল কৰিবলৈ সুবিধা পায়। চৰকাৰে সংৰক্ষিত বনাঞ্চলৰ মাটি ৰাজহ বিভাগত সংশোধন নকৰাৰ ফলতে মানুহে সংৰক্ষিত বনাঞ্চলতে চলাই হৈছে বেদখল আৰু বনাঞ্চল ধ্বংস কাৰ্য। চৰকাৰেই সংৰক্ষিত বনাঞ্চলক বেদখল কৰিবলৈ এনেদৰে সুবিধা কৰি দিয়াত সেউজী অসম ক্ৰমশঃ ধ্বংস ফালে গতি কৰিছে।

# প্ৰকৃতিবিদ পদ্মশ্ৰী ডাঃ ৰবীন বেনাৰ্জীৰ গৃহত আবেলি

প্ৰ : আপোনাৰ জন্ম ক'ত হৈছিল?

বেনাৰ্জী : মোৰ জন্ম পশ্চিমবংগৰ মুৰ্চিদাবাদ জিলাৰ বহমপুৰত ১৯০৮ চনৰ ১২ আগষ্টত।

প্ৰ : আপোনাৰ সৰু কাল কেনেকৈ ক'ত অতিবাহিত হৈছিল?

বেনাৰ্জী : সৰুকালতেই মাতৃ বিয়োগ হোৱাৰ বাবেই মাতৃৰ মৰমৰ পৰা বঞ্চিত হৈছিলো। মোৰ পিতৃ অভিনাশ বেণাৰ্জীয়ে সেয়েহে পাঁচ বছৰ বয়সতে শান্তি নিকেতনৰ ৰবি ঠাকুৰৰ ওচৰত চমজাই দিছিল। শান্তি নিকেতনৰ পৰা সৰু কালৰ শিক্ষা গ্ৰহণ কৰি কলিকতাৰ বিশ্ববিদ্যালয়ৰ অধীনত চিকিৎসা মহাবিদ্যালয়ৰ পৰা চিকিৎসা ডিগ্ৰী লৈ উচ্চ শিক্ষাৰ বাবে লণ্ডনৰ এডিনবাৰ্গ বিশ্ববিদ্যালয়লৈ যাওঁ।

প্ৰ : আপুনি চাকৰি জীৱন ক'ত আৰম্ভ কৰিছিল?

বেনাৰ্জী : লণ্ডনৰ এডিনবাৰ্গ বিশ্ববিদ্যালয়ৰ অধীনচ উচ্চ শিক্ষ লৈয়ে ব্ৰিটিছ নৌ বাহিনীত এজন চিকিৎসক হিচাপে যোগদান কৰো। সেই সময়ত দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হৈছিল। বিশ্বযুদ্ধত মানুহেই মানুহক নৃশংসভাৱে হত্যা কৰা দেখি মোৰ অন্তৰ বিদ্ৰোহী হৈ উঠিছিল। দ্বিতীয় মহাসমৰৰ বোমা-বাৰুদৰ গোন্ধত মোৰ শান্তি-নিকেতনৰ শিক্ষা একেবাৰে অৰ্থহীন হৈ পৰিছিল।

প্ৰ : দ্বিতীয় মহাযুদ্ধত ঘটা স্মৰণীয় ঘটনাৰ বিষয়ে জনাবনে?

বেনাৰ্জী : যুদ্ধই কেৱল ধ্বংসহে কৰে। মোৰ মনত এতিয়াও সেই দৃশ্য ভাহি থাকে জীৱ শ্ৰেষ্ঠ মানুহে দেখুৱা বৰ্বৰতাৰ। জাৰ্মানি, ফাছিয়া সীমান্তত গেনভান নামৰ বন্দী শিবিৰত গেছ চেম্বাৰত জীৱন্ত মানুহক ভিতৰত সোমোৱাই তিল তিলকৈ মৃত্যুৰ মুখত পেলাই নৃশংসভাৱে হত্যা কৰা দৃশ্য কোনো দিনেই পাহৰিব নোৱাৰো।

প্ৰ : আপুনি অসমলৈ কেতিয়া আহে?

বেনাৰ্জী : নবছৰ-মান ব্ৰিটিছ নৌ বাহিনীত কাম কৰাৰ পিছত দেশলৈ পুনৰ উভতি আহোঁ। ইয়াৰ পিছতে চাকৰি সূত্ৰে অসমৰ চাবুৱা চাহ বাগিচালৈ এজন চিকিৎসক হিচাবে ১৯৫২ চনত আহোঁ। চাবুৱাৰ পৰাই এদিন কাজিৰঙা চাবলৈ আহোঁ আৰু কাজিৰঙাতেই মোক উভতি যাবলৈ নিদিলে। সঁচাকৈ কাজিৰঙাৰ গঁড়, হৰিণ চাই তাৰ পৰা দূৰৰ হিমালয়ৰ বগা বৰফৰ টুকুৰা দেখি মোৰ মনলৈ শান্তি ঘূৰি আহিছিল। মই কাজিৰঙাৰ ওপৰত এখন তথ্যচিত্ৰ নিৰ্মাণ কৰিলো। ১৯৬২ চনত জাৰ্মানত বাৰ্লিন টেলিভিচন যোগে কাজিৰঙাৰ বিখ্যাত গঁড় বিদেশত দেখুৱালো। ইয়াৰ পিছতে বিশ্বৰ বহুতো বন্যপ্ৰাণীৰ সন্থাৰ লগত জড়িত হৈ পৰিছিলো। বিশ্বৰ বিভিন্ন অঞ্চললৈ গৈ ২৮ খন বন্য জীৱ জন্তুৰ তথ্য চিত্ৰ নিৰ্মাণ কৰিছোঁ।

প্ৰ : আপুনি তথ্য চিত্ৰ নিৰ্মাণ কৰা সময়ৰ কাজিৰঙা আৰু আজিৰ কাজিৰঙা কিবা পাৰ্থক্য দেখা পাইছে নেকি?

বেনাৰ্জী : আছে। বহু সলনি হৈছে। সেই সময়ৰ কাজিৰঙাত প্ৰচুৰ জীৱ-জন্তু ভৰি আছিল। বৰ্তমানৰ কাজিৰঙাত তেতিয়াৰ তুলনাত এতিয়া জীৱ-জন্তু তেনেই নগণ্য।

প্ৰ : যোৱা গঁড় পিয়লত কাজিৰঙাত বনবিভাগে গঁড়ৰ সংখ্যা বাঢ়িল বুলি ক'ব বিচাৰে। বৰ্তমান কাজিৰঙাত প্ৰায় পোন্ধৰশ গঁড় আছে— এই বিষয়ে আপুনি কি কয়?

বেনাৰ্জী : এইটো মিছা কথা। কাজিৰঙাত গঁড়ৰ সংখ্যা বৃদ্ধি পোৱা নাই। কাজিৰঙা সংৰক্ষণৰ বাবে এতিয়াও চৰকাৰে কোনো ব্যৱস্থা লোৱা নাই।

প্ৰ : গোলাঘাটত ডিফু, ৰেংমা, দৈয়াং, দক্ষিণ নামবৰ, উত্তৰ নামবৰকে ধৰি পাঁচখন সংৰক্ষিত বনাঞ্চল আছিল। বৰ্তমান সকলো বনাঞ্চল উচন হ'ল। মাথো উত্তৰ নামবৰ বনাঞ্চলখনৰ কিছু অংশ আছেগৈ। এই সম্পৰ্কে

বনাঞ্চলকেইখন ধ্বংস হোৱাত আপুনি সংৰক্ষণৰ বাবে চৰকাৰৰ লগত কিবা যোগাযোগ কৰিছিল নেকি?

বেনাৰ্জী : বহুবাৰ চৰকাৰৰ লগত যোগাযোগ কৰিছোঁ। শেহতীয়াকৈ প্ৰাক্তন মুখ্যমন্ত্ৰী প্ৰফুল্ল মহন্তক নামবৰ অভয়াৰণ্য কৰিবলৈ এখন চিঠিও দিছিলোঁ মুখ্য মন্ত্ৰীয়ে ব্যৱস্থা নল'লে আৰু মোৰ চিঠিৰ উত্তৰ এটাও নিদিলে।

প্ৰ : আপুনি প্ৰকৃতিপ্ৰেমী হিচাপে বহুখিনি স্বীকৃতি পাইছে— এই বিষয়ে অলপ ক'ব নেকি?

বেনাৰ্জী : মই জীৱ-জন্তুক ভাল পাওঁ। স্বীকৃতিৰ বাবে মোৰ কোনো হাবিয়াস নাই। ভাৰত চৰকাৰে ১৯৭১ চনত পদ্মশ্ৰী উপাধি দিছে। বিদেশৰ বিভিন্ন সন্থা, জাৰ্মানী, হলেণ্ড, ছুইজাৰলেণ্ড, ডেনমাৰ্ক আদিৰ জুলজিকেল চ'ছাইটিৰ পৰা মোক এৱাৰ্ড দিছে। কিন্তু মই আটাইতকৈ আনন্দ পাইছিলো ১৯৯১ চনত অসম কৃষি বিশ্ববিদ্যালয়ৰ ডক্টৰ অব চাইন্স (Doctor of Scicence) ডিগ্ৰী লাভ কৰি।

প্ৰ : আপুনি জীৱ-জন্তু সংৰক্ষণত নতুন প্ৰজন্মক কিবা ক'ব নেকি?

বেনাৰ্জী : পৰিৱেশ সংৰক্ষণত গুৰুত্ব দিয়াটো ছাত্ৰ-ছাত্ৰীসকলৰ বাবে অতিকৈ জৰুৰী। বৰ্তমান বহু জীৱ-জন্তু বিলুপ্ত হ'বলৈ ধৰিছে। ১২ আগষ্টত মই ৯৪ বছৰত ভৰি দিলো। এই বয়সত মই নিজেই চলা-ফিৰা কৰিব নোৱাৰোঁ। নতুন প্ৰজন্মৰ বাবে মোৰ বাসভৱনতে এটা যাদুঘৰ খুলিছোঁ। মোৰ নিজৰ ভূমিদানেৰে ঘৰৰ কাষতে বিবেকানন্দ কেন্দ্ৰ স্থাপন কৰা হৈছে।

*দৈনিক জনমভূমি, ১৪ আগষ্ট, ২০০১*

*** প্ৰকৃতিবিদ ডাঃ ৰবীন বেনাৰ্জী ২০০৩ চনৰ ৬ আগষ্টত মৃত্যুবৰণ কৰে। তেওঁৰ মৃত্যুৰ দুবছৰৰ পূৰ্বে প্ৰকাশিত এই সাক্ষাৎকাৰটিৰ জৰিয়তে প্ৰকৃতিপ্ৰেমীগৰাকীক সোঁৱৰণ কৰিলো।**

# মণিপুৰৰ বন্যপ্ৰাণী অভয়াৰণ্য আৰু ঐতিহ্য 'চাঙ্গাই'

মণিপুৰৰ ঐতিহ্য 'চাঙ্গাই' নামৰ পশুবিধ লগটক হ্ৰদৰ সমীপৰ কাইবু লামজাও ৰাষ্ট্ৰীয় উদ্যানত পোৱা যায়। লগটক হ্ৰদৰ দক্ষিণ-পুব কোণত অৱস্থিত আৰু উদ্যানখনে বিস্তৃতি লাভ কৰিছে উত্তৰৰ পৰা দক্ষিণলৈ। লগটক হ্ৰদৰ পৰা উদ্যানখনক থাংগা পৰ্বতমালাই পৃথক কৰি ৰাখিছে। খৰদাক নদী হ্ৰদৰ পৰা আৰম্ভ হৈ ৰাষ্ট্ৰীয় উদ্যানৰ মাজেদি গৈ মণিপুৰ ইম্ফল নদীত পৰিছেগৈ। উদ্যানখনৰ পুব অংশৰ এক তৃতীয়াংশ সম্পূৰ্ণ জলাহ অঞ্চল আৰু পশ্চিম অংশত তিনিটা পাহাৰীয়া ওখ অঞ্চল আছে। সেই কেইটাই হৈছে পাবত, চিংজাও আৰু টয়া। ১০০-২০০ মিটাৰ বহল দ-চৰণীয়া থাংব্ৰাল য়াংবইয়ে বিশ্বৰ আটাইতকৈ বিপন্ন প্ৰাণী চাঙ্গাই (Sangai) ক খাদ্য আৰু চলন-ফুৰণৰ বাবে অনুকূল পৰিৱেশ সৃষ্টি কৰি আহিছে। চাঙ্গাই নামৰ বিপন্ন প্ৰজাতিৰ এই পশুবিধ দৰ্শন কৰিবলৈ বছৰি বহু দেশী-বিদেশী পৰ্যটকে উদ্যানখনত ভিৰ কৰেহি। থাংব্ৰাল, য়াংবি আৰু অন্য তিনিটা পাহাৰীয়া ওখ অঞ্চলেই হৈছে গোটেই ৰাষ্ট্ৰীয় উদ্যানখনত থকা কঠিন মাটিৰ অঞ্চল। যাৰ বাবে বন্যপ্ৰাণীসমূহে বাৰিষা আৰু বানপানীৰ সময়ত আশ্ৰয় ল'বলৈ দ্বিধাগ্ৰস্ত হ'বলগীয়া নহয়। উদ্যানখনৰ বাকী অংশ কোমল মাটিত গজা ঘাঁহ বনেৰে দলিচাৰ দৰে পূৰ্ণ হৈ থাকে। যিটো উদ্যানখনৰ এটা আশ্চৰ্যজনক চৰিত্ৰ হিচাপে চিনাক্ত হৈ আহিছে। কিছু কিছু অংশত এই ঘাঁহৰ দলিচাৰ উচ্চতা ১.৫ মিটাৰৰ পৰা ২ মিটাৰ পৰ্যন্ত হয়। লগটক প্ৰকল্পৰ কাম আৰম্ভ হোৱাৰ ফলত উদ্যানখন পানীৰে পূৰ্ণ হৈ থকাৰ ফলত ঘাঁহবোৰ লাহে লাহে সংস্পৰ্শ নোহোৱা হৈ আহিছে। যিহেতু ঘাঁহৰ মূৰবোৰ অনবৰতে পানীত ভাঁহি থকা হৈছে, ফলত ঘাঁহৰ মূৰবোৰ দোঁ খাই গৈ মাটিৰ সংস্পৰ্শলে নহা হৈছে। ঘাঁহবোৰ পানীত ওপঙি থকাৰ বাবে ঘাঁহৰ শিপাবোৰ লাহে লাহে মৰি যাবলৈ ধৰিছে আৰু ঘাঁহবোৰ পাতল হৈ আহিছে। ফলত কেইবছৰমানৰ ভিতৰত ঘাঁহখিনিৰ ওপৰেদি চলাচল কৰা জীৱ-জন্তুৰ ওজন ধৰি ৰাখিব নোৱাৰিব। উদ্যানখনৰ ঘাঁহনিৰ ওপৰেদি খোজকাঢ়ি যোৱাটো এটা উজু কাম নহয়। সেয়েহে চাঙ্গাই অনুসৰণ কৰাটো ভাল এথলিটৰ বাবেহে সম্ভৱপৰ। ই. পি. জি.ৰ গ্ৰন্থখনত চাঙ্গাইৰ বিষয়ে উল্লেখ আছে। চাঙ্গাইয়ে

আগঠেং আৰু পিছঠেং কেইটাৰ ওপৰত ভৰ দি লম্বভাৱে গতি কৰে। এনেদৰে যোৱাৰ ফলত চাঙ্গাইয়ে পানীত ডুবি নোযোৱাকৈ সাৱলীলভাৱে চলা-ফিৰা কৰাৰ সময়ত প্ৰয়োজন সাপেক্ষে সাঁতুৰিবলৈ ব্যৱহাৰ কৰাৰ ফলত ডুবি যোৱাৰ পৰা ৰক্ষা পৰে। গোটেই অঞ্চলটো প্ৰায় জলাশয়েৰে আবৰি থকাৰ ফলত ইয়াত Zizania latifalia, Phargamitis karka, Learsia hexandra আদি প্ৰাণীৰ উপস্থিতি দেখা যায়।

মণিপুৰৰ টমেনলং জিলাৰ টামেই মহকুমাৰ বৰাক নৈৰ দক্ষিণ পাৰত ৯৩°৩১.৫১° ৰ পৰা ৯৩°৪০′৩৩′ পূব অক্ষাংশ আৰু ২৫°৪′১৯″ ৰ পৰা ২৫°১২′৪২″ উত্তৰ দ্ৰাঘিমাংশৰ মাজত বানিং বন্যপ্ৰাণী অভয়াৰাণ্য অৱস্থিত। এই অভয়াণ্যখনৰ মাজেদি বহু নৈ-উপনৈ, জান-জুৰি আদি বৈ গৈ বৰাক নৈত বিলীন হৈছেগৈ। ইয়াৰ মাটিকালি প্ৰায় ১,১৫,৮০০ হেক্টৰ, ইয়াৰ উত্তৰ সীমাই আগাকী নদীৰ সীমা চুইছেগৈ, দক্ষিণৰ সীমা কুডিকী নদী পাৰ হৈ আই টি পথ পাইছেগৈ পূবত আগিকী নদী আৰু পশ্চিমত কুডিকী নদীলৈকে বিস্তৃত হৈ আছে এই অভয়াৰণ্য। বানিং অভয়াৰণ্যত এলপাইন ঘাঁহনি অঞ্চল আৰু কাঠনি অঞ্চলত ভাগ হৈ আছে। ইয়াৰ বেছিভাগ মাটি ঘাঁহনি বনৰীয়া ফুল, জোপোহা বন, বাঁহ আছে। আৰু ইয়াৰ সমীপৱৰ্তী অঞ্চলটো বহু মূল্যবান গছ-গছনিৰে সমৃদ্ধ হৈ আছে। এই গোটেই অঞ্চলটোত বহু প্ৰজাতিৰ অৰ্কিড, বাঁহ গছ, গাগছ আৰু মাটিত ভৰি আছে। বানিং অভয়াৰণ্যৰ সমীপত এটা ৬০ মিটাৰ ওখ জলপ্ৰপাতে অঞ্চলটোৰ আকৰ্ষণ বহু পৰিমাণে বৃদ্ধি কৰিছে। অভয়াৰণ্যখনত প্ৰাণীকূল জীয়াই থাকবিলৈ অপৰ্য্যাপ্ত খাদ্যৰে সমৃদ্ধ হৈ থকা বাবে ইয়াতে নানা প্ৰজাতিৰ বন্য জীৱজন্তু প্ৰত্যক্ষ কৰা যায়। এইসমূহৰ ভিতৰত হলৌ বান্দৰ, চেৰ', Crabbed eating macaque নাহৰ ফুটুকী বাঘ, Clouded Leopard টদী কেট Small civet, hog badger, উৰণীয়া জেঠী, Stumped tailed Macaque, শহা পহু, Slow Loris, ক'লা ভালুক, বৰা-গাহৰি আদিয়েই মুখ্য। অন্যহাতেদি ইয়াত অসংখ্য ধনেশ চৰাই প্ৰত্যক্ষ কৰা যায়। অভয়াৰণ্যখনত কোনো স্থায়ী বাসিন্দা বা গাঁও নাই যদিও দাঁতি কাষৰীয়া নদীৰ কাষত কেইবাখনো গাঁও আছে। সেয়েহে অন্য অভয়াৰণ্যই সন্মুখীন হোৱা অসুবিধাসমূহ ইয়াত কম। মাথো কেতিয়াবা গাঁওবাসীয়ে চিকাৰ কৰা বা চৰাই ধৰা আৰু শাক-পাচলি, ফল-মূল বা কাঠফুলা গোটাবলৈ অহাৰ বাদে অন্য সময়ত শান্ত হৈ থাকে।

চুড়াচান্দপুৰ জিলাৰ পাহাৰীয়া অঞ্চলত ৯৩°৩০' ৰ পৰা ৯৩°২০' পূব অক্ষাংশ আৰু ৪২°১২' ৰ পৰা ২৪°২০' উত্তৰ দ্ৰাঘিমাংশৰ মাজত কাইলাম বন্যপ্ৰাণী অভয়াৰণ্য অৱস্থিত। এই অভয়াৰণ্যখনৰ উচ্চতা ৩২৪ মিটাৰৰ পৰা ২০১৮ মিটাৰ পৰ্যন্ত উচ্চতাৰ তাৰতম্য আছে। ইয়াৰ আটাইতকৈ ওখ শৃংগটো হৈছে কলপাক টাং আৰু তাৰ উচ্চতা ২০১৪ মিটাৰ আৰু কাইলাম টাং ১৮০০ মিটাৰ। পাহাৰটোত কেইবাটাও নিজৰা আছে। ইয়াৰে উল্লেখযোগ্য হৈছে পামজাত লুই, টুইটাং লুই, চাইবুল লুই, কলপাক লুই, বেগ' লুই। ইয়াৰে প্ৰায়কেইটা নিজৰা দক্ষিণ দিশে গৈ টুইভাই নদীত পৰিছেগৈ। কাইলম বনাপ্ৰাণী অভায়াৰণ্যলৈ ইম্ফল টিপাইমুখ পথেদি চিংগপাই আৰু চিনউজাং গাৱৰ মাজেদি যোৱাটো সুচল। আৰু চুৰাচান্দপুৰৰ পৰা ১২০ কিলোমিটাৰ দুৰত্বত অৱস্থিত। কাইলাম বন্যপ্ৰাণী অভয়াৰণ্যৰ মাটিকালি প্ৰায় ১৮,৭৫০ হেক্টৰ। ইয়াৰ পূবৰ সীমাত চিয়াংপি আৰু টুইলি লুই গাঁও, পশ্চিমত চিনবুজেং গাঁও আৰু ইম্ফল টিপাইমুখ পথ, উত্তৰে থিংচেগুই আৰু টুই নিজৰা দুটা আৰু দক্ষিণে টুইভাই নদী। ইয়াৰ পাহাৰীয়া অঞ্চলকেইটা খুব থিয় আৰু শিলাখণ্ডৰে ভৰি থকা। অভয়াৰণ্যখন উষ্ণ মণ্ডলীয় বননি আৰু প্ৰায় সেউজীয়া আনৰণে আবৰি থাকে। ইয়াত Michelia champaca, Mesua ferca, Terminalia myriocapra, Phoebe hainesiana, Schima wallichi আদি মূল্যবান গছ-গছনি আছে। লগতে গছৰ ডাল, বাঁহৰ জাপ আৰু কাঠনি অঞ্চলত বহুতো অৰ্কিড পোৱা যায়।

কাইলাম বন্যপ্ৰাণী অভয়াৰণ্য মণিপুৰৰ তিনিটা বন্যপ্ৰাণী সমৃদ্ধ অঞ্চলৰ এটা হিচাপে চিহ্নিত হৈ আছে (অন্য দুটা অঞ্চল হৈছে উখৰুলৰ চিৰাই কেচং আৰু টামেংলঙৰ বৰাক মাক্ৰু সংযোগী অঞ্চল) ইয়াত হলৌ বান্দৰ golden cat, Leopard cat Marbled cat, চেৰ', ধনেশ rufaus necked horn-bill, leser pied hornbill, Stumped tailed macaque, Indian porcupin বনৰীয়া গাহৰি, শৰ পহু, ক'লা- ভালুক আদিৰ লগতে বাৰেৰহনীয়া চৰাই আদিৰে মুখৰিত হৈ আছে। কাইলাম বন্যপ্ৰাণী অভয়াৰণ্যত পাহাৰৰ নামনি অঞ্চলত ৫০০-৬০০ জন লোকৰ বাসস্থান আছে। তেওঁলোকৰ মুখ্য পন্থা হৈছে জুম খেতি কৰি খাদ্য শস্য আহৰণ কৰা। তেওঁলোকে বছৰি প্ৰায় ২ হেক্টৰ মাটিত খেতি কৰে। বহু গাঁওবাসীয়ে লাইচেঞ্চযুক্ত বন্দুক লাভ কৰিছে শস্য আদি বনৰীয়া জীৱ-জন্তুৰ পৰা ৰক্ষা কৰিবলৈ। আৰু তাৰেই সুবিধা লৈ

অভয়াৰণ্যখনত মাজে সময়ে চিকাৰ কৰিবলৈ যায়। প্ৰমাণ হিচাপে গাঁওবাসী বহুতৰে ঘৰত জন্তু আৰু চৰাইৰ মূৰ সজাই থোৱা দেখা যায়।

য়াংগ'পকাচি লকাচাও বন্যপ্ৰাণী অভয়াৰণ্য ইম্ফলৰ পৰা ১১০ কি. মি. নিলগৰ চাণ্ডেল জিলাৰ ম্যানমাৰ আন্তঃৰাষ্ট্ৰীয় সীমান্তৰ ওচৰত অৱস্থিত। এই অভয়াৰণ্যখন ১৯৮৯ চনত বন্যপ্ৰাণী অভয়াৰণ্য মৰ্যাদা দিয়া হয় আৰু ইয়াৰ মাটি কালি ১৮৪.৪৮ বৰ্গ কি. মি.। অভয়াৰণ্যখনৰ উত্তৰে ৱাচুলুক, দক্ষিণে লকচাও নদী, পূৱে আন্তঃৰাষ্ট্ৰীয় সীমান্তৰ ১৫ ৰ পৰা ২২ নং খুটালৈকে আৰু পশ্চিমত লকচাও নদীৰ সমীপলৈকে যিখন নৈ ম্যানমাৰ পথৰ চিবং হৈ লেহবী আৰু তাৰ পৰা ডলাইবাং কুকীৰ সমীপৰ নামজেটলকলৈকে বিস্তৃত হৈ আছে। পশ্চিম দিশত ম'ৰে টাউনৰ পৰা ১০০ একৰ মাটি কালি এই অভয়াৰণ্যখনৰ পৰা বাহিৰত ৰখা হৈছে। বৰ্তমানলৈকে অভয়াৰণ্যখনৰ বন্যপ্ৰাণী তৰু-বৃক্ষৰ এতিয়ালৈকে সম্পূৰ্ণ জৰিপ হোৱা নাই। ক'লা ভালুক, সুগৰি পহু, Barking deer Clouded leopard হলৌ বান্দৰ, Blyth's tragopan, ফেটি সাপ আদি ইয়াৰ ঘন অৰণ্যাঞ্চলত যথেষ্ট সংখ্যক পোৱা যায়।

জেইলাড টামলেং জিলাৰ পূবে বৰাক নদীৰ পৰা পশ্চিমে মাৰুইটি উঁ লৈকে বিস্তৃত হৈ আছে। ইয়াৰ পৰিসীমা হৈছে ৯৩°২০/ ৰ পৰা ৯৩°২৫/ পূব অক্ষাংশ আৰু ২৪°৩০/ ৰ পৰা ২৪°৫৫/ উত্তৰ দ্ৰাঘিমাংশলৈকে। এই অভয়াৰণ্যখন সমুদ্ৰপৃষ্ঠৰ পৰা ১৮০ মিটাৰ উচ্চতাত অৱস্থিত। অভয়াৰণ্যখনৰ পূবে বৰাক আৰু চামপাং পাহাৰ, পশ্চিমে মাকৈ আৰু আটাংবা পাহাৰ, উত্তৰে খৌখাং পাহাৰ আৰু দক্ষিণে মাৰুইটি নৈ বৰাক নদীৰ পাৰলৈকে আগুৰি আছে। অভয়াৰণ্যখনৰ মাটি কালিৰ পৰিমাণ প্ৰায় ২০০০ হেক্টৰ। জেইলাড অভয়াৰণ্যৰ বায়ুমণ্ডল খুব আদ্ৰ আৰু গ্ৰীষ্মকালত উষ্ণতা ৪০° পৰ্যন্ত বৃদ্ধি পায়। অভয়াৰণ্যখন সেউজীয়া ঘাঁহ-বনেৰে আবৰি থকা আৰু ইয়াত তিনিটা অতি চাফা পানীৰ হ্ৰদ আৰু পুখুৰী আছে। মকাল বাঁহ অভয়াৰণ্যখনৰ এটা উল্লেখযোগ্য বৈশিষ্ট্য। অন্য অভয়াৰণ্যকেইখনত পোৱা প্ৰায় বিলাক গছ-গছনিয়েই এই অভয়াৰণ্যখনত পোৱা যায়। বন্যপ্ৰাণীৰ ভিতৰত Small Indian civet today cat সুগৰী পহু Slow loris, golden cat, hog badger, ক'লা ভালুক পোৱা যায়। অন্যহাতেদি ইয়াৰ বিল আৰু পুখুৰীকেইটালৈ এপ্ৰিল-মে' মাহত বহুতো পৰিভ্ৰমী চৰাইৰ আগমন ঘটে। অভয়াৰণ্যখনৰ কাষত ২/৩ খন গাঁও প্ৰায় ১০০০

জনবসতিৰে পূৰ্ণ। গাঁওবাসীয়ে জুম খেতি কৰি জীৱন নিৰ্বাহ কৰে। অভয়াৰণ্যখন আৰু ইয়াৰ আশে পাশে প্ৰচুৰ পৰিমানে কমলা উৎপাদন হয়। চিকাৰ কৰা প্ৰথা এই অঞ্চলটোত খুব কম। টামলেং জিলাৰ উত্তৰ কাচাৰ পৰ্বতৰ লগত লাগি থকা জিৰি আৰু মাক্ৰু নদীৰ পাৰত অৱস্থিত এই জিৰি মাক্ৰু বন্যপ্ৰাণী অভয়াৰণ্য। ইয়াৰ মাটিকালি ১৯৮০০ হেক্টৰ আৰু চাৰিসীমা হৈছে, পূবে মাক্ৰু নদী, পশ্চিমে হানগ্ৰুম আৰু জিৰি নদী, উত্তৰে নগালেণ্ডৰ সীমা আৰু দক্ষিণে জিৰি নদী। অন্যকেইখন বন্যপ্ৰাণী অভয়াৰণ্যৰ দৰেই ইয়াতো নানা প্ৰজাতিৰ গছ-গছনিৰ অৰ্কিডৰ লগতে বন্যপ্ৰাণী সমূহো দৃষ্টিগোচৰ হয়।

পূৰ্বৰ ব্ৰিটিছ শাসন কালত আৰু তাৰ পিছত ব্ৰিটিছ সৈন্য আৰু থলুৱা লোকসকলে ব্যাপক হাৰত চাঙ্গাই বধ কৰিছিল। ফলত মণিপুৰৰ পৰা চাঙ্গাই আজি বিলুপ্তিৰ পথত। কিন্তু ১৯৫০ চনত বহুসংখ্যক চাঙ্গাই কাইবুল লামজাও অঞ্চলত আৱিষ্কৃত হ'ল। ফলত ১৯৫৫ চনত উক্ত অঞ্চলৰ ৫০ বৰ্গ কিলোমিটাৰ অঞ্চল অভয়াৰণ্য ঘোষণা কৰা হ'ল। ১৯৫৯ চনত অভয়াৰণ্যৰ মাটি-কালি কমাই ২০ বৰ্গ কিলোমিটাৰ কৰা হ'ল। আকৌ ১৯৬৮ চনত ৪০ কিলোমিটাৰলৈ বৃদ্ধি কৰা হ'ল। ১৯৭২ চনৰ অধিসূচনা অনুসৰি ১৯৭৭ চনত ইয়াক ৰাষ্ট্ৰীয় উদ্যান ঘোষণা কৰা হয়। কিন্তু ১৯৭৯ চনত থলুৱা লোকসকলে বন্যপ্ৰাণী সংৰক্ষণৰ গুৰুত্ব উপলব্ধি নকৰি আন্দোনল কৰি উদ্যানখনৰ বহু ক্ষতি সাধন কৰিলে। ১৯৯৯ চনৰ পিয়ল অনুসৰি ৰাষ্ট্ৰীয় উদ্যানখনত ১৪৯ টা চাঙ্গাইৰ উপস্থিতি প্ৰত্যক্ষ কৰা হয়। কোনো দৰ্শনাৰ্থীকে উদ্যানখনৰ ভিতৰলৈ যাবলৈ দিয়া নহয়। মাথো তেওঁলোকে নিৰীক্ষণ চকীৰ ওপৰত উঠি বিশ্বৰ বিলুপ্তপ্ৰায় প্ৰাণীবিধৰ জীৱন ধাৰণৰ ওপৰত ধাৰণা ল'ব পাৰে। জানুৱাৰী মাহত শেষৰপৰা মাৰ্চ মাহলৈকে চাঙ্গাই প্ৰত্যক্ষ কৰাৰ উপযুক্ত সময়। এই লেখকে ২০০১ চনৰ ১ মাৰ্চত অসীম শৰ্মাৰ আৰু ইম্ফলৰ সঞ্জয় শৰ্মা লগত বিৰল প্ৰজাতিৰ বন্যপ্ৰাণী চাঙ্গাই চাবলৈ লগটক হ্ৰদৰ সমীপৱৰ্তী নিৰীক্ষণ চকীলৈ গৈছিলো। মণিপুৰৰ ঐতিহ্য চাঙ্গাই বা ডেন্সিং ডিয়েৰক মণিপুৰ চৰকাৰে সংৰক্ষণৰ বাবে বাস্তৱ পদক্ষেপ লোৱা উচিত।

# ম্যানমাৰৰ সোণালী ত্ৰিভুজ

সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলতে দিনক দিনে ড্ৰাগছ সেৱনকাৰীৰ সংখ্যা বৃদ্ধি পাই আহিছে। ৰাষ্ট্ৰীয় এইডছ নিয়ন্ত্ৰণ আঁচনিৰ (NACD) প্ৰতিবেদনত প্ৰকাশ পাইছে— উত্তৰ পূৰ্বাঞ্চলৰ ভিতৰত মণিপুৰতে সৰ্বাধিক এইডছ আক্ৰান্ত (২৭,৫০৫ জন) চিনাক্ত কৰা হৈছে। চিকিৎসা বিজ্ঞানৰ মতে উত্তৰ-পূৰ্বাঞ্চলৰ সৰহ সংখ্যক নিচাযুক্ত ড্ৰাগছ সেৱনকাৰীৰ এইচ. আই. ভি. পজিটিভ পোৱা গৈছে। এইডছৰ সমস্যাটো অতি ভয়াবহ হৈ উঠিছে। এইডছত আক্ৰন্ত হৈ মৃত্যুবৰণ কৰা লোকৰ সংখ্যাও বাঢ়িছে। যুৱ মানসিতাক ধ্বংস কৰা ড্ৰাগছৰ সম্পৰ্কত জনসাধাৰণৰ সচেতনা জাগ্ৰত কৰিবলৈ ম্যানমাৰৰ সোণালী ত্ৰিভুজৰ সন্ধানত ১৯৯৯ চনৰ ১২ মাৰ্চত গোলাঘাটৰ পৰা সাংবাদিক বিকাশ শৰ্মা আৰু সপোন তামুলীৰ সহিতে এক ভ্ৰমণসূচী হাতত লোৱা হৈছিল।

বিশ্বৰ ড্ৰাগছ সৰবৰাহৰ সোণালী ত্ৰিভুজ বা গ'ল্ডেন ট্ৰায়েংগল অঞ্চল হ'ল— এক আড্ডা, য'ত ম্যানমাৰ, লাওছ আৰু থাইলেণ্ড লগ হৈছে। দক্ষিণ-পূ[illegible]ম্যানমাৰৰ চান পৰ্বত, উত্তৰ থাইলেণ্ডৰ কিছু পাহাৰীয়া অংশ আৰু উত্তৰ লাওছৰ মালভূমি অঞ্চলৰ এক বৃহৎ এলেকা জুৰি থকা সোণালী ত্ৰিভুজৰ এই অঞ্চলটো দ উপত্যকা আৰু দুৰ্গম জংঘলে আবৰা বাবে তালৈ সহজে বাহিৰৰ লোক যাব নোৱাৰে। এই অঞ্চলটোত থাই, চান, লাও, মেও, আথা, লাহো আদি জনগোষ্ঠীসমূহে বসবাস কৰে। সোণালী ত্ৰিভুজত বসবাস কৰা সৰহ সংখ্যক লোকৰেই জীৱিকাৰ একমাত্ৰ অৱলম্বন হৈছে আফু (Poppy) খেতি। আফুক গ্ৰীক সাম্ৰাজ্যৰ উত্থানৰ পৰাই নিচাযুক্ত দ্ৰব্য হিচাপে ব্যৱহাৰ কৰা হৈছে। মংগোলীয় সম্ৰাট কুবলাই খানৰ ৰাজত্বৰ সময়ৰ আৰবৰ বেপাৰীসকলে চীনাসকলক আফুৰ সৈতে পৰিচয় কৰাই দিয়ে। আফুৰ ঔষধি গুণাগুণ ইমানেই বেছি আছিল যে দক্ষিণ চীনৰ সংখ্যালঘু পাহাৰীয়া জাতিবিলাকে হান সম্ৰাটক খাজানা আদায়ৰ বাবে আহিলা হিচাপে প্ৰায় আফু খেতি কৰিবলৈ লৈছিল। কোনো আপদাল নকৰাকৈ অতি সহজে আফু হয় বাবেই পাহাৰীয়া লোকসকল আফুখেতিৰ প্ৰতি আকৰ্ষিত হৈছিল আৰু প্ৰচুৰ চাহিদা থকাৰ বাবে তেওঁলোকে সহজেই ধন উপাৰ্জন কৰিছিল। দ্বিতীয় বিশ্বযুদ্ধৰ পাছত ম্যানমাৰলৈ চীনৰ

পৰা পাহাৰীয়া লোকসকলৰ প্ৰব্ৰজন হৈছিল; কাৰণ চীনত আফু খেতিয়কসকলক চৰকাৰে উৎপীড়ন কৰিছিল। আফু ফলৰ পৰা প্ৰণালীবদ্ধ শোধনৰ পাছত হেৰইন প্ৰস্তুত কৰা হয়। প্ৰথম শোধনৰ পৰা উৎপন্ন হয় মৰফিন, দ্বিতীয় স্তৰত উৎপন্ন হয় মৰফিন হাইড্ৰ'ক্ল'ৰাইড, তৃতীয় স্তৰত ব্ৰাউন ছুগাৰ আৰু চতুৰ্থ স্তৰত হিৰইন— যাক ড্ৰাগছ সেৱনকাৰীসকলে নাম্বাৰ ফ'ৰ বুলি কয়। ১০০ কিল'গ্ৰাম কানিৰ পৰা মাত্ৰ ১০ কিলোগ্ৰাম শুদ্ধ হেৰইন প্ৰস্তুত কৰা হয়। সোণালী ত্ৰিভুজৰ ড্ৰাগছৰ আটাইতকৈ কুখ্যাত ব্যক্তিজন আছিল চাং চিওফু ওৰফে চাও মংখউং ওৰফে খুনচা। খুনচাৰ পিতৃ হ'ল চান বংশৰ আৰু মাতৃ হ'ল চীনৰ। ১৯৩৪ চনৰ ১৭ ফেব্ৰুৱাৰীত লেচিও জিলাত জন্ম গ্ৰহণ কৰা খুনচাই ছিয়াংকাই শ্বেকৰ কুওমিনটাং আৰ্মিত মকৰল হৈ ম্যানমাৰলৈ আহিছিল। কুওমিনটাং আৰ্মিয়ে চীনৰ কমিউনিষ্ট শাসনৰ বিপক্ষে ম্যানমাৰৰ চীন সীমান্তত যুদ্ধ কৰি আছিল। ১৯৫০ চনত আমেৰিকাৰ C.I.A. ৰ পৃষ্ঠপোষকতাত কুওমিনটাং আৰ্মিক যুদ্ধৰ ৰছদ-পাতিৰ বাবে খুমচাই কানিৰ চোৰাং সৰবৰাহ কৰে। ১৯৬৬ চনত ব্ৰহ্মদেশৰ চৰকাৰে খুনচাক গাঁওৰক্ষী বাহিনীৰ মুখ্য অধিনায়ক নিযুক্তি কৰে। ১৯৬৭ চনত খুনচাই ১৬ টন কানি লৈ থাইলেণ্ডৰ চিংচিনত সৰবৰাহ কৰি আন্তঃৰাষ্ট্ৰীয় প্ৰেক্ষাপটত পৰিচিতি লাভ কৰে। পাছলৈ খুনচাই কুওমিনটাঙৰ লগত সম্পৰ্ক ছেদ কৰি চান সংযুক্ত আৰ্মি নামেৰে এক সামৰিক গোট গঠন কৰি উত্তৰ থাইলেণ্ডত হেৰইনৰ শোধন কৰা শোধনাগাৰ খুলি সোণালী ত্ৰিভুজৰ বিখ্যাত নায়ক হৈ পৰিল। সেই সময়ত বাৰ্মিজ কমিউনিষ্ট পাৰ্টিৰ শক্তি যথেষ্ট বেছি আছিল আৰু তেওঁলোক সম্পূৰ্ণভাৱে কানি বেপাৰত জড়িত আছিল। কুওমিনটাঙে খুনচাৰ চান সংযুক্ত আৰ্মিৰ ওপৰত নিষেধাজ্ঞা আৰোপ কৰি থাইলেণ্ড আৰু লাওছলৈ খুনচাৰ কানি সৰবৰাহ কৰা ভান পথটো বন্ধ কৰাত খুনচাই 'অপিয়াম ৱাৰ' আৰম্ভ কৰি নিষেধাজ্ঞা ওফৰাই পেলায়। কুওমিনটাঙে খুনচাক আক্ৰমণ কৰাত খুনচা লাওছত ব্ৰহ্মদেশৰ সৈন্যই ১৯৬৯ চনত গ্ৰেপ্তাৰ কৰে আৰু লাওচ চৰকাৰে খুনচাৰ কানি বাজেয়াপ্ত কৰে। খুনচা গ্ৰেপ্তাৰ হৈ মণ্ডালয় জেলত থাকে। ১৯৭৩ চনত খুনচাৰ চান সংযুক্ত আৰ্মিয়ে ছোভিয়েট ৰাছিয়াৰ দুজন ডাক্তৰক অপহৰণ কৰি ডাক্তৰ দুজনৰ মুক্তিৰ বিনিময়ত খুনচাক ১৯৭৪ চনত থাইলেণ্ড চৰকাৰৰ মধ্যস্থতাত জেলৰ পৰা মোকলাই আনে। খুনচাই থাইলেণ্ডৰ চিয়াংৰাই প্ৰদেশৰ বেনহিন ট্ৰেক অঞ্চলৰ পৰা ড্ৰাগছ তদাৰক

কৰিবলৈ ধৰে। লাওচৰ পৰা সেই সময়ত ছি. আই. এ. আঁতৰি অহাত খুনচাৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিব পৰা শক্তি নাইকীয়া হ'ল। ইয়াৰ পাছৰে পৰা খুনচা বাহিনীয়ে ম্যানমাৰ, লাওছা আৰু থাইলেণ্ডৰ পাহাৰীয়া জনজাতিসমূহৰ পৰা কানি কিনিবলৈ আৰম্ভ কৰে। উক্ত কানিৰ পৰা চীন, লাওচ আৰু থাইলেণ্ডত থকা য়ুনানীসকলৰ শোধনাগাৰত হেৰইন প্ৰস্তুত কৰে। ১৯৮২ চনত খুনচাক থাইলেণ্ড চৰকাৰে আক্ৰমণ কৰাত খুনচাই কক উপত্যকাইদি পলাই গৈ ম্যানমাৰ সীমান্তৰ হো-মোঙত আশ্ৰয় লৈ পুনৰ ড্ৰাগছ ব্যৱসায় চলাবলৈ ধৰে। সেই বছৰতে থাইলেণ্ডত থকা আমেৰিকাৰ ৰাষ্ট্ৰদূত উইলিয়াম ব্ৰাউনে খুনচাক বিশ্বৰ আটাইতকৈ কুখ্যাত অপৰাধী বুলি অভিহিত কৰে। খুনচাই আমেৰিকাৰ প্ৰতিশোধপৰায়ণ মনোভাৱক এনেদৰে সতৰ্ক কৰিছিল— "আমাৰ জনসাধাৰণে খাদ্য আৰু বস্ত্ৰৰ কাৰণে আফু খেতি কৰে। তেওঁলোকে হেৰইনৰ গুণাগুণ নাজানে, কিন্তু পশ্চিমীয়া দেশবোৰে হিৰইনৰ চাহিদা নকমালে তেওঁলোকৰ ল'ৰা-ছোৱালী, নাতি-পুতিলৈকে সদায় হেৰইনৰ প্ৰতি আসক্ত হৈ থাকিব।" সেয়েহে সোণালী ত্ৰিভূজৰ পৰা ড্ৰাগছৰ চাহিদা কমোৱাটো পশ্চিমীয়া দেশবোৰৰ ওপৰত নিৰ্ভৰ কৰিছে। ১৯৯০ চনত আমেৰিকাৰ নিউয়ৰ্কৰ ব্ৰুকলিন আদালতে খুনচাক ড্ৰাগছ সৰবৰাহত অভিযুক্ত কৰি চমন জাৰি কৰে। পাছে আমেৰিকাই খুনচাৰ সন্ধান পাবলৈ ব্যৰ্থ হোৱাৰ পিছত তেওঁক 'মষ্ট' ৱাণ্টেণ্ট পাৰ্চন' হিচাপে ঘোষণা কৰি খুনচাৰ মূৰৰ মূল্য দুই লাখ আমেৰিকান ডলাৰ ৰাখিছিল। খুনচাৰ ড্ৰাগছ ব্যৱসায়ত আমেৰিকাৰ সাহায্যপ্ৰাপ্ত থাইলেণ্ড সেনাই ৪০ বাৰ খুনচাৰ কনভয় আক্ৰমণ কৰে যদিও খুনচাক কৰায়ত্ত কৰিবলৈ বা ড্ৰাগছ উদ্ধাৰ কৰিবলৈ সক্ষম নহ'ল। তাৎপৰ্যপূৰ্ণ বিষয় যে আমেৰিকাৰ চকুত খুনচা অপৰাধী হোৱাৰ মুহূৰ্ততে ব্ৰিটিছ যুৱৰাজ চালৰ্ছৰ বন্ধু লৰ্ড বেকেট আৰু এসময়ৰ আমেৰিকাৰ ৰাষ্ট্ৰপতি পদৰ প্ৰাৰ্থী ৰৰ্ছ পেৰটৰ আৰ্থিক সাহায্যত আমেৰিকাৰ ভিয়েটনাম যুদ্ধৰ সেনাধ্যক্ষ জেমছ গ্ৰীজ আদিয়ে খুনচাৰ হো-মঙত ৰাজ-আতিথ্য গ্ৰহণ কৰিছিল। এনেদৰে খুনচাই বিশ্বৰ প্ৰভাৱশালী ব্যক্তিৰ লগত সুসম্পৰ্ক গঢ়ি সোণালী ত্ৰিভুজৰ পৰা বিশ্বত ড্ৰাগছ সৰবৰাহৰ এখন বৃহৎ বজাৰ গঢ়ি তোলে। খুনচাৰ দখলত থকা হোমং চহৰখনত জংঘলৰাজ চলা বুলি বহুতেই ক'ব বিচাৰে যদিও বাস্তৱ ক্ষেত্ৰত এখন বেলেগ ছবিহে দৃষ্টিগোচৰ হয়। দহ হাজাৰ আবাসীৰে হোমং চহৰখনক দোকান-পোহাৰ, বহল পকীপথ,

চিকিৎসালয়, অত্যাধুনিক দূৰসঞ্চাৰ বিভাগ আদিৰ সুব্যৱস্থা আছে। এক শান্তিপূৰ্ণ বাতাবৰণেৰে হোমগুবাসীৰ খুনচা গডফাদাৰ আছিল।

১৯৯২ চনত খুনচাই নিজৰ সৈন্যবাহিনী চান সংযুক্ত আৰ্মিৰ লগত অন্য চান সৈন্য সংগঠন সংযোজন কৰি 'মং টাই আৰ্মি' নামেৰে নামকৰণ কৰি চান ৰাজ্যক 'টাইলেগু' স্বাধীন দেশ হিচাপে ঘোষণা কৰি সৰ্বেসৰ্বা হৈ পৰে। চান ৰাজ্যৰ মংটাই আৰ্মিৰ সৈন্যবল ২৫ হাজাৰৰ লগতে এই সৈন্যবাহিনী ম্যানমাৰত থকা অন্য জাতিগোষ্ঠীৰ সৈন্য বাহিনীতকৈ ডাঙৰ, আধুনিক অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত আৰু ৰাছিয়ান এছ. এ. এম. - ৭ এণ্টি এয়াৰক্ৰাফট মিছাইলেৰে সৈতে সজ্জিত এক অত্যাধুনিক সৈন্যদল আছিল। ১৯৯৬ চনৰ জানুৱাৰী মাহত ম্যানমাৰৰ জুণ্টা চৰকাৰৰ দ্বিতীয় সৰ্বাধিনায়ক মং ওৱে খুনচাৰ লগত হোৱা সৌহাৰ্দপূৰ্ণ আলোচনাত খুনচাই কেতবোৰ চৰ্তৰ বিনিময়ত বুজাবুজিৰ চুক্তি কৰে। খুনচাই সামৰিক বাহিনীৰ চৰকাৰৰ লগত বিৰোধিতা নকৰি ড্ৰাগছ সৰবৰাহ চলাই যায়। খুনচাৰ মংটাই আৰ্মিৰ নাম সলনি কৰি 'চান ষ্টেট আৰ্মি' নামেৰে নামকৰণ কৰে। পশ্চিমীয়া বজাৰলৈ সোণালী ত্ৰিভুজৰ পৰা শতকৰা ৫০ ভাগ হিৰইন ওলাই আহে। ম্যানমাৰে ইয়াৰে ৪০০ টন হিৰইন উৎপাদন কৰে। থাইলেণ্ড আৰু লাওছে কৰে ক্ৰমে ৭০ আৰু ৩০ টন। চৰকাৰী হিচাপ মতে খুনচাই বছৰি ৫০০ টন ড্ৰাগছ বিশ্বৰ বিভিন্ন প্ৰান্তৰলৈ সৰবৰাহ কৰে। ইয়াৰে ১.৯ৰ পৰা ২.৫ শতাংশ ড্ৰাগছহে বিশ্বৰ বিভিন্ন প্ৰান্তৰত জব্দ হয়। সোণালী ত্ৰিভূজৰ পৰা উত্তৰ-পূৰ্বাঞ্চললৈ যোৱা কেইবছৰমানৰ পৰা ড্ৰাগছৰ সৰবৰাহ বৃদ্ধি পাবলৈ ধৰিছে। ম্যানমাৰৰ উত্তৰ-পূবৰ ৰাজ্য কেইখনেদি থাইলেণ্ড আৰু হংকং হৈ সোণালী ত্ৰিভুজৰ পৰা ড্ৰাগছ ইউৰোপ আৰু আমেৰিকালৈ চালান হয়। সোণালী ত্ৰিভুজৰ ড্ৰাগছ মাফিয়াৰ লগত ভাৰতৰ ড্ৰাগছ মাফিয়াৰ এক সম্বন্ধ আছে। কিয়নো হেৰইন প্ৰস্তুত কৰিব লগা 'এছিটিক এনহাইড্ৰাইড' নামৰ ৰাসায়নিক দ্ৰব্য মণিপুৰৰ মʼৰেইৰ মাজেদিয়েই পাৰ হৈ যায়। ম্যানমাৰত বহুসংখ্যক ড্ৰাগছ শোধন কৰা শোধানাগাৰ আছে। টামুৰ পৰা মʼৰে হৈ উত্তৰ-পূৰ্বাঞ্চলৰ ড্ৰাগছ সৰবৰাহ কৰাসকলে সীমান্ত নিৰাপত্তা বাহিনীক উৎকোচ দি ভাৰত-ম্যানমাৰৰ মুক্ত সীমান্তইদি বিনা বাধাই ড্ৰাগছ সৰবৰাহ কৰি আছে। মʼৰেত থকা ড্ৰাগছ ব্যৱসায়ীসকলে দালালৰ যোগেদি সুৰক্ষা বাহিনীৰ বিষয়াসকলৰ লগত যোগাযোগ কৰি মাহেকীয়া হিচাপে টকা দি সম্পূৰ্ণ নিৰাপদ ভাৱে ৩৯ নম্বৰ

ৰাষ্ট্ৰীয় পথদি ড্ৰাগছ পঠায়। ম্যানমাৰৰ পৰা ড্ৰাগছ্ সৰবৰাহৰ কিছুমান মুখ্য পথ হৈছে— ১. বেহিয়াং-চিংহাট-চুৰাচান্দপুৰ-ইম্ফল, ২. বেহিয়াং-ছিংহাট-চুৰাচান্দপুৰ-টিপাইমুখ-শিলচৰ, ৩. মন্দালয়-টাহাং-টামু-ম'ৰে-ইম্ফল, ৪. হ'মালিন-উখৰুল-জেচামী-কহিমা, ৫. মন্দালয়-টাহাং-টিডিম-আইজল-শিলচৰ, ৬. হ'মালিন-কামজং-চাংচেক-খুলেন-উখৰুল, ৭.মিটকিনিয়া-মাইকোৱাং-পাংচুপাচ-নামপং-জয়ৰামপুৰ-লিডু-তিনিচুকীয়া, ৮.পুটাও-ডিগবৈ-পাচিঘাট, ৯. টামাংখি-নকাক-কহিমা-ডিমাপুৰ, ১০.খেইনান-বেহিয়াং-চুৰাচান্দপুৰ-ইম্ফল-কহিমা-ডিমাপুৰ, ১১. টাহেম-টিডিম-মেকবাক-চাম্ফাই-আইজাল-বৈৰাবী-ত্ৰিপুৰা-বাংলাদেশ। চোৰাং কাৰবাৰৰ বাবে ব্যৱহাৰ কৰা এই পথসমূহৰ বাদেও ১০০০ কিল'মিটাৰ দৈৰ্ঘ্যৰ ভাৰত-ম্যানমাৰ সীমান্তত উত্তৰ-পূৰ্বাঞ্চললৈ ড্ৰাগছ সৰবৰাহ কৰা আৰু বহুত পথ আছে। ভাৰতলৈ ড্ৰাগছ সৰবৰাবৰ কেন্দ্ৰবিন্দু হৈছে মণিপুৰৰ ইম্ফল। অলপতে ইণ্টাৰপলে দাবী কৰিছে যে, ভাৰতৰ দিল্লী আৰু মুম্বাইত ড্ৰাগছ সৰবৰাহৰ দুটা মুখ্য ঘাটি আছে। তাৰ পৰা পশ্চিমীয়া দেশলৈ ড্ৰাগছ সৰবৰাহ্ কৰা হয়। সীমান্ত নিৰাপত্তা বাহিনীয়ে প্ৰকাশ ক ৰা তথ্য মতে ২০০২ চনত বি. এচ. এফে. পাঁচ লাখ টকা মূল্যৰ হিৰইন জব্দ কৰাৰ লগতে ২০০৩ চনত ২৫ লাখ টকাৰ হিৰইন জব্ধ কৰে। সীমান্ত নিৰাপত্তা বাহিনীয়ে ২০০২ চনত ৮৫.৪৮ লাখ টকাৰ গাঞ্জা জব্ধ কৰাৰ লগতে ২০০৩ চনত ৫৩.২৮ লাখ টকাৰ গাঞ্জা জব্ধ কৰে।

উল্লেখযোগ্য যে সোণালী ত্ৰিভুজৰ অবিসম্বাদী সম্ৰাট খুনচাৰ ২০০৭ বৰ্ষৰ ২৬ অক্টোবৰত অসুস্থতাৰ বাবে মৃত্যু হয়। ড্ৰাগছ্ মাফিয়া খুনচাৰ মৃত্যুয়ে বিশ্বৰ চাৰি দশকজোৰা এক ক'লা অধ্যাযৰো অন্ত পেলায়। অবিসম্বাদী ড্ৰাগছ সম্ৰাটজনৰ মৃত্যুৰ পিছতে সোণালী ত্ৰিভুজৰ ড্ৰাগছ্ সৰবৰাহৰ দায়িত্ব লয় চান ষ্টেট আৰ্মিৰ ওৱে জেং জেঙে।

# ম'ৰে চহৰতে গঢ়ি উঠিছে বিদেশী সামগ্ৰীৰ চোৰাং বজাৰ

ভাৰত ম্যানমাৰ সীমান্তৰ মণিপুৰৰ ম'ৰে চহৰ গোলাঘাটৰ পৰা ৪০৮ কিলোমিটাৰ দূৰত্বত অৱস্থিত। তিনিওফালে থকা বিশাল পাহাৰ ৰাশিৰ মাজত এটা খোৰোঙৰ নিচিনাকৈ অৱস্থিত ম'ৰে ভৈয়াম অঞ্চলতে গঢ়ি উঠিছে উত্তৰ পূৰ্বাঞ্চলৰ বিদেশী বস্তু তথা ড্ৰাগচ্‌ৰ চোৰাং বজাৰখন। ভাৰতবৰ্ষৰ দিল্লী, মুম্বাই, কলকতা, চেন্নাই আদিৰ পৰা দৈনিক চোৰাং ব্যৱসায়ীৰ আগমন ঘটে ম'ৰেলৈ ভাৰত আৰু ম্যানমাৰৰ স্থলপথেৰে ৰপ্তানি আৰু আমদানি ব্যৱস্থা আৰু ইখন দেশৰ লগত সিখন দেশৰ জনসাধাৰণৰ অহা-যোৱা চৰ্তভিত্তিত সুবিধা থকাৰ প্ৰক্ৰিয়াক আধাৰ-ৰূপে লৈ দুয়োখন দেশৰ চোৰাং ব্যৱসায়ী মহলৰ ৰম্য ভূমি হৈ পৰিছে ম'ৰে চহৰ। উল্লেখযোগ্য যে ভাৰত আৰু ম্যানমাৰৰ সীমাচুক্তি ১৯৬৭ চনত স্বাক্ষৰিত হোৱাৰ লগতে ১৯৮৭ চনত ভাৰত আৰু ম্যানমাৰৰ সামুদ্ৰিক সীমা নিৰ্ধাৰণৰো এক চুক্তি স্বাক্ষৰিত হয়। ভাৰত-ম্যানমাৰ দ্বিপাক্ষিক চুক্তিত অনুসৰি কিছু বছৰৰ পূৰ্বে ২২ বিধ কৃষি ভিত্তিক সামগ্ৰীৰ চুক্তিত চৰকাৰে স্বাক্ষৰ কৰিছিল যদিও চৰকাৰে কৃষি-ভিত্তিক সামগ্ৰীৰ বেহাত গুৰুত্ব নিদিয়াত বৰ্তমান ম'ৰেত অবৈধ-ভাৱে মুকলি বজাৰত চলাই থকা হৈছে ভাৰতৰ বজাৰত নিষিদ্ধ কিছুমান সামগ্ৰীৰ বেহা। ইয়াৰ ফলত দৈনিক কোটি কোটি টকা ভাৰত চৰকাৰৰ লোকচান হ'ব ধৰিছে। ম'ৰেত চলি থকা মুক্ত চোৰাং ব্যৱসায়ীক একাংশ নিৰাপত্তাৰক্ষীৰ লগতে শুল্ক বিভাগৰ একাংশ বিষয়া কৰ্মচাৰী চোৰাং ব্যৱসায়ীসকলক চোৰাং ব্যৱসায় চলাই যবলৈ সমল যোগাই আহিছে।

ম্যানমাৰৰ মুক্ত ব্যাণিজ্যিক ব্যৱস্থাৰ সুযোগ গ্ৰহণ কৰি চীন, থাইলেণ্ড, টাইৱান আদি দেশে এৰিদিছে নানান ইলেক্ট্ৰনিক আৰু অন্যান্য সামগ্ৰী। চীনে একেবাৰে কম মানৰ কেতবোৰ ইলেক্ট্ৰনিক সামগ্ৰী যেনে ৰেডিঅ', মিউজিক চিষ্টেম, টি.ভি., ভিডিঅ' কেমেৰা হাত ঘড়ী আদি। ভাৰত ম্যানমাৰ সীমান্তৰ একেবাৰে কাষতে থকা ম্যানমাৰৰ অভ্যন্তৰত স্থাপন হৈছে নামফালুং বজাৰ।

কিছুদিনৰ আগলৈকে ম'ৰেৰ মৰ্ণিং বজাৰখনতে আন্তজাৰ্তিক চোৰাং বজাৰখনে প্ৰভুত্ব বিস্তাৰ কৰিছিল। এই চোৰাং বজাৰখন নিয়ন্ত্ৰণ কৰিছিল তামিলসকলে। উল্লেখযোগ্য যে দ্বিতীয় বিশ্ব-যুদ্ধৰ সময়তে ম'ৰে অঞ্চললৈ ম্যানমাৰৰ পৰা প্ৰব্ৰজন ঘটিছিল তামিল, পাঞ্জাৱী, নেপালী, মাৰোৱাৰী আদি লোকসকল। ইয়াৰ ভিতৰত তামিলসকলৰ সংখ্যাগৰিষ্ঠতা আছিল। পূৰ্বতে এইসকল ভাৰতৰ বিভিন্ন স্থানৰ পৰা গৈ বাৰ্মাত ব্যৱসায়-বাণিজ্য কৰিছিল যদিও দ্বিতীয় বিশ্বযুদ্ধৰ পৰা ভাৰতবৰ্ষৰ স্বাধীনতাৰ সময়লৈ বাৰ্মাত হোৱা ব্যাপক অশান্তিময় পৰিস্থিতিৰ পৰিনতিত সৰহ সংখ্যক ভাৰতীয় মূলৰ লোকেই ভাৰতৰ বিভিন্ন স্থানলৈ প্ৰত্যাৱৰ্তণ কৰে। ম'ৰেৰ মৰ্ণিং বজাৰত তামিলসকলে সিপাৰৰ পৰা অহা বাৰ্মিজসকলক ভাৰতীয় বয়-বস্তু বিক্ৰী কৰাৰ লগতে বাৰ্মিজসকলেও মৰ্ণিং বজাৰলৈ আনে বিদেশী সামগ্ৰী। ম'ৰেৰ মৰ্ণিং বজাৰ দিনে দিনে সম্প্ৰসাৰিত হ'বলৈ ধৰাৰ সময়তে ১৯৮২ চনত বাৰ্মা আৰু ভাৰতৰ বিভিন্ন স্থানত কুকি আৰু নগাসকলৰ ভয়াবহ সংঘৰ্ষ হয়। কুকিসকল ম'ৰেৰ ফালে অগ্ৰসৰ হ'বলৈ ধৰে। কুকিৰ অগ্ৰসৰে ম'ৰেত বসবাস কৰা তামিলসকলৰ প্ৰভুত্ব খৰ্ব হোৱাৰ উপক্ৰম ঘটে। কুকিয়ে ম'ৰেত শক্তিশালী ৰূপত আত্মপ্ৰকাশ কৰে। সম্প্ৰতি কুকি নেচ'নেল আৰ্মি (কেএনএ), কুকি ৰিভল'শ্যনৰী আৰ্মি (কে আৰ এ), কুকি নেচনেল ফ্ৰণ্ট (কে এন এফ), ইউনাইটেড কুকি নেচনেল লিবাৰেচন ফ্ৰণ্ট (এই কে এন এল এফ) আদি কুকি বিদ্ৰোহী সংগঠনে সক্ৰিয়ভাৱে তৎপৰতা অব্যাহত ৰাখিছে। ম্যানমাৰৰ পৰা বিদেশী সা-সামগ্ৰী বেপাৰ কৰিবলৈ অহা বাৰ্মিজসকলৰ ওপৰত কুকি বিদ্ৰাহীয়ে কৰ-কাটল দাবী কৰে। সীমান্তত চলা ক্ষমতাৰ যুদ্ধৰ পৰিণতিত বাৰ্মিজ সেনাই ভাৰতলৈ বাৰ্মিজ নাগৰিক বিশেষকৈ বেপাৰীসকলৰ প্ৰৱেশ নিষিদ্ধ কৰে। ইয়াৰ ফলস্বৰূপে ম'ৰেৰ মৰ্ণিং বজাৰ মৰিশালিত পৰিণত হয়। ম্যানমাৰ কৰ্তৃপক্ষ আৰু চীনা বেপাৰী গোষ্ঠীয়ে বিকল্প বা চিন্তা চৰ্চা আৰম্ভ কৰে। ম্যানমাৰৰ ভূখণ্ডয়েদি ভাৰতত প্ৰৱেশ কৰা বিদেশী সামগ্ৰী, ড্ৰাগচ্ আদিৰ প্ৰতি ভাৰতীয় চোৰাং বেপাৰীসকল বাৰুকৈয়ে দুৰ্বলতা আছে। ভাৰতীয় ব্যৱস্থা অনুসৰি ম্যানমাৰৰ মাটিত ভাৰতীয় নাগৰিকৰ প্ৰৱেশ কৰাত বিশেষ নিষেধাজ্ঞা নাই। গতিকে বাৰ্মিজসকলে ম'ৰেৰ মৰ্ণিং বজাৰৰ পৰা প্ৰায় ২০০ মিটাৰ দূৰত্বত ম্যানমাৰৰ আন্তজাৰ্তিক সীমাৰেখাৰ ভিতৰতে স্থাপন কৰিলে নামফালুং বজাৰখন। ম'ৰেত কুকি, ইউ. এন. এল. এফ., প্ৰিপাক

আদি কেইবাটাও সশস্ত্ৰ বিদ্ৰোহী সংগঠনৰ খোপনিয়ে বাৰ্মিজ চৰকাৰক বিব্ৰত কৰি তুলিলে। কুকি বিদ্ৰোহীয়ে ম্যানমাৰৰ নামফালুং বজাৰত ধন দাবী কৰি ধন নিদিয়াত এবাৰ বজাৰখনকে জ্বলাই দিলে। উক্ত ঘটনাৰ পিছতে ম্যানমাৰৰ সামৰিক বাহিনীয়ে ম'ৰেৰ সীমান্তৰ ফালে অগ্ৰসৰ হৈ নামফালুঙত এক ঘাটি পাতিলে। ম্যানমাৰৰ সেনাৰ তৎপৰতাত পুনৰ নামফালুং বজাৰ মুকলি হয়। ম'ৰে আৰু নামফালুং বজাৰৰ মাজতে দুয়োখন দেশৰ দুখন, গেট এখন গেটত ভাৰত ৰাষ্ট্ৰৰ পতাকা উৰাই বহি আছে ইমিগ্ৰেশ্যন ডিপাৰ্টমেণ্ট আৰু শুল্ক বিভাগৰ ভাৰতীয় বিষয়াসকল। আনখন গেটত ম্যানমাৰৰ পতাকাৰ তলত ম্যানমাৰৰ ইমিগ্ৰেশ্যন ডিপাৰ্টমেণ্টৰ লোক আৰু ম্যানমাৰৰ জুণ্টা চৰকাৰৰ সামৰিক বিভাগ। এই দুখন গেটেৰেই নামফালুং বজাৰৰ পৰা ভাৰতলৈ আহে দৈনিক কোটি কোটি টকাৰ অবৈধ বিদেশী সা-সামগ্ৰী আৰু ড্ৰাগছ্। ভাৰতীয় গেটখনত দৈনিক এই অবৈধ সামগ্ৰীৰ সৰবৰাহৰ বাবে বৃহৎ পৰিমাণৰ ধন লেন-দেন হয় বুলি অভিযোগ আছে। মণিপুৰৰ ৰাজধানী ইম্ফল চহৰৰ পৰা ম'ৰেলৈ দৈনিক বহু সংখ্যক গাড়ী অহা-যোৱা কৰে। এই গাড়ীবিলাকৰ জৰিয়তেই নামফালুং বজাৰৰ পৰা ম'ৰে চহৰ হৈ দৈনিক যায় কোটি কোটি টকাৰ অবৈধ বিদেশী সামগ্ৰী। ভাৰতীয় কাষ্টমছ মণিপুৰ পুলিচ আদিয়ে অবৈধ্য ভাৱে অহা সামগ্ৰীৰ কমিশ্যন হিচাপে বহু ধন সংগ্ৰহ কৰে। টয়েটা গাড়ীৰ ইঞ্জিন, এয়াৰ কণ্ডিশ্যনাৰ, ইলেক্ট্ৰনিক সামগ্ৰী, বিদেশী চিগাৰেট, প্ৰসাধন সামগ্ৰী, খাদ্য সামগ্ৰী, ৰন্ধন সামগ্ৰী, বিদেশী কাপোৰ, মদ আদি সামগ্ৰী সৰবৰাহত চোৰাং বেপাৰীয়ে কমিশ্যন দিয়ে। তাৎপৰ্য পূৰ্ণ বিষয় যে, কাষ্টমছ আৰু মণিপুৰ পুলিচৰ লগতে সামৰিক বাহিনীৰ একাংশ লোকেও টয়েটা গাড়ীৰ ইঞ্জিন আৰু এয়াৰ কণ্ডিশ্যনাৰ আদি সামগ্ৰী নামফালুং বজাৰৰ পৰা আনি তেওঁলোকে ব্যৱহাৰ কৰা বাহনত তুলি নিয়া দৃশ্য সহজলভ্য। ম্যানমাৰৰ নামফালুং বজাৰত অতি কম দামত পোৱা এই দুবিধ বিদেশী সামগ্ৰী সাময়িক বাহিনীৰ গাড়ীত উঠাই ক'লৈ যায় সেইয়া এক ৰহস্যজনক। মণিপুৰৰ চান্দেল জিলাৰ ভাৰত-ম্যানমাৰ সীমান্তৰ চেগুন গছ আদি মূল্যবান গছ-গছনিৰে ভৰপূৰ অঞ্চলটোত ভাৰতৰ নিৰাপত্তা ৰক্ষী তদাৰক একেবাৰেই নাই বুলি ক'ব পাৰি। এই লেখক ম'ৰেত থাকোঁতেই ম্যানমাৰৰ সৈন্যই ম'ৰেৰ পৰা উত্তৰ দিশৰ ২৬ কিলোমিটাৰ দূৰৰ থকা য়াংগামাপি

গাঁওখনত থকা ভাৰত-ম্যানমাৰ সীমান্তৰ ৮৭ নম্বৰ আন্তঃৰাষ্ট্ৰীয় সীমা খুঁটিটো উভালি প্ৰায় আধা কিল'মিটাৰ অঞ্চল ভাৰতৰ ফালে সোমাই নিজৰ দখললৈ নিয়ে। কিছুদিনৰ আগতে ৬৬ নম্বৰ ভাৰত-ম্যানমাৰৰ সীমান্তৰ খুঁটিটোও ম্যানমাৰ সৈন্যই উভালি কিছু অঞ্চল তেওঁলোকৰ ফালে সুমুৱাই লৈছে। ম্যানমাৰৰ সৈন্যৰ সীমান্তত চলোৱা বে-দখলৰ বাতৰি সেই সময়ত এই লেখকে ম'ৰেৰ পৰাই ফেক্স যোগে 'আজিৰ বাতৰি' কাকতলৈ প্ৰেৰণ কৰিছিল। পৰৱৰ্তী দিনা অৰ্থাৎ ১৯৯৯ চনৰ ১৫ মাৰ্চত বাতৰি কাকতখনত 'সীমান্তত খুটি উভালিলে ম্যানমাৰ সেনাই' শিৰোনামাৰে প্ৰকাশ হৈছিল। বাতৰি কাকতত প্ৰকাশ হোৱা পাছদিনা সীমান্ত নিৰাপত্তা বাহিনীৰ হেলিকপ্টাৰে সীমান্ত নিৰক্ষণ কৰা সষ্টম কুছ্-কাৱাজ দেখি মনটো পুলকিত হৈ উঠিছিল। দেশৰ অখণ্ডতা ৰক্ষাৰ ক্ষেত্ৰত সংবাদ মাধ্যমৰ ইতিবাচক ভূমিকা প্ৰত্যক্ষ কৰি এজন বিজয়ী সৈনিকৰ দৰে গৰ্ব অনুভৱ কৰিছিলো। সীমান্তবাসীৰ মতে নিৰাপত্তাৰক্ষীয়ে সীমান্তত পহৰা দিয়াতকৈ 'দুই নম্বৰী' ব্যৱসায়ীসকলক তদাৰক কৰোঁতেই ব্যস্ত থাকে। নিতৌ ম'ৰেৰ পৰা ট্ৰাকত বিদেশী সামগ্ৰীৰ লগতে ড্ৰাগছ আহিবলৈ ধৰিছে ইম্ফল, কহিমা, ডিমাপুৰ হৈ গোলাঘাট, যোৰহাট, ডিব্ৰুগড় আৰু নুমলীগড় হৈ গুৱাহাটীলৈ। ভাৰত-ম্যানমাৰ সীমান্তৰ এই অঞ্চলটোত চৰকাৰে কঠোৰ হাতেৰে চোৰাং বজাৰ আৰু ড্ৰাগছ সৰবৰাহ নিৰ্মূল নকৰিলে এদিন সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল ভয়ানকভাৱে ড্ৰাগছৰ কৱলত সোমাই পৰিব।

# ম্যানমাৰৰ সশস্ত্ৰ বিদ্ৰোহীৰ ইতিহাস

ম্যানমাৰত বিভিন্ন জনগোষ্ঠীৰ মাজত যোৱা এক শতিকাৰ ওপৰ কাল ক্ষমতা লাভৰ বাবে সংঘাত চলি আহিছে। ম্যানমাৰৰ জনগোষ্ঠীসমূহ হ'লঃ তিবেত'-বাৰ্মানি, মন খেমৰ, অষ্ট্ৰ-থাই আৰু কাৰেনিক। তিৰ্বেত'-বাৰ্মান ভাগত বৰ্মানসকল আৰু ৰাথীৰ, চীন, কাচিন, লিচো, লাহো, আথা আদি ৩০ টামান সৰু সৰু জনজাতীয় গোষ্ঠীৰ লোক অন্তৰ্গত। মন খেমেৰ মাৰ্টবান অঞ্চলত বহুবাস কৰা মনসকল আৰু উত্তৰ ম্যানমাৰত থকা ইন্টা, ৱাহ, পালডং আদি সৰু সৰু জনজাতীয় লোক অন্তৰ্ভুক্ত। অষ্ট্ৰ-থাই গোষ্ঠীত শ্যাম আৰু চানসকল অন্তৰ্ভুক্ত। শ্যাম আৰু চান দুয়োটা শব্দৰ অৰ্থ হৈছে মুক্ত। কাৰেনিক গোষ্ঠীৰ অন্তৰ্ভুক্ত লোকসকল হৈছে কাৰেন আৰু কায়াহসকল। ব্ৰিটিছসকলে ম্যানমাৰ দখল কৰাৰ পাছত এই জনগোষ্ঠীসমূহক স্বায়ত্ব শাসন প্ৰদান কৰিছিল যদিও ম্যানমাৰৰ সামৰিক প্ৰশাসনে স্বায়ত্ব শাসন মানিবলৈ অস্বীকাৰ কৰাৰ পৰাই ম্যানমাৰত জনগোষ্ঠীসমূহৰ বিদ্ৰোহৰ সূত্ৰপাত হয়। বৰ্তমান ম্যানমাৰৰ সৰহভাগ অঞ্চলতে বিদ্ৰোহী সংগঠনসমূহে প্ৰভূত্ব বিস্তাৰ কৰি আছে। এই বিদ্ৰোহী সংগঠনসমূহৰ ৫০ জনৰ পৰা আৰম্ভ কৰি ২৫,০০০ জনলৈকে সেনা আছে। জনগোষ্ঠী মুক্তি বাহিনী, ড্ৰাগছ ব্যৱসায়ী সংগঠন, কুমিনটাঙকে ধৰি প্ৰায় ৩৬টা মান বিদ্ৰোহী সংগঠনে ম্যানমাৰত সক্ৰিয় হৈ সামৰিক প্ৰশাসনক কোঙা কৰি ৰাখিছে। বিশ্বৰ ৰাজনৈতিক দৃশ্যপটৰ পৰা প্ৰায় বিচ্ছিন্ন হৈ থকা ব্ৰহ্মদেশৰ নাম ১৯৮৯ চনত সলনি কৰি ম্যানমাৰ ৰখা হয়। ৰাজধানী ৰেংগুনৰ নামো য়াংগুন কৰা হয়। ম্যানমাৰত গণতন্ত্ৰ প্ৰতিষ্ঠাৰ বাবে গণতান্ত্ৰিক সংগ্ৰাম চলাই অহা ছু কিও বৰ্তমান ম্যানমাৰৰ সামৰিক প্ৰশাসনে গৃহবন্দী কৰি ৰাখিছিল। য়াংগুনৰ সামৰিক প্ৰশাসনেও ম্যানমাৰত জনকল্যাণৰ বাবে আবণ্টিত ধন সামৰিক কাৰ্যত ব্যয় কৰি বিদ্ৰোহীৰ মোকাবিলা কৰাৰ নামত মানৱ অধিকাৰ খৰ্বৰ অভিযোগ উঠিছে। টাই নেশ্যনেল আৰ্মি, কাৰেণ নেশ্যনেল আৰ্মি, কাচিন ইণ্ডিপেণ্ডেণ্ট আৰ্মি, পালাং ষ্টেট লিবাৰেশ্যন অৰ্গেনাইজেশ্যন, কায়া নিউলেণ্ড ৰিভলিউশ্যন কাউন্সিল আদি বিদ্ৰোহী সংগঠনসমূহে ম্যানমাৰত বিদ্ৰোহী কাৰ্যকলাপ সংগঠিত কৰি ম্যানমাৰৰ সামৰিক প্ৰশাসনৰ বিৰোধিতা কৰি আহিছে।

বহুসংখ্যক সংগঠনে নিজৰ নিজৰ মাজত যোগসূত্ৰ ৰাখি কাম কাজ চলাই আছে। অন্যহাতে কিছু সংগঠনে স্থানীয় অঞ্চলত প্ৰতিপত্তি বিস্তাৰৰ কাৰণে প্ৰতিদ্বন্দ্বিতাত নামি পৰিছে। অন্যহাতে কিছু সংগঠনে যেনে কাৰেণ নেশ্যনেল আৰ্মিয়ে কাৰেণ নেশ্যনেল ইউনিয়নৰ ৰাজনৈতিক চত্ৰছায়াত কাম কৰি আছে।

এই গোটবিলাকৰ নাম বিলাকো বৰ খেলি-মেলি ধৰণৰ। একে নামৰে দুই বা তাতোধিক সংগঠনৰ নাম একে, যেনে পা-ও অৰ্গেনাইজেশ্যন আৰু পা-ও চান ষ্টেট ইণ্ডিপেণ্ডেট পাৰ্টি। অন্যহাতে একে সমাজভূক্ত নোহোৱা সংগঠনৰ নামো একে আছে, যেনে চান ষ্টেট আৰ্মি (চান গোষ্ঠীৰ-নেশ্যনেল ডেমক্ৰেটিক ফ্ৰণ্টৰ সদস্যভূক্ত), চান ইউনাইটেড ৰিভলিউশ্যনেৰী আৰ্মি (চান গোষ্ঠীৰ-৯৩ নেশ্যনেলিষ্ট চাইনীজ আৰ্মিৰ পৰা পলাই অহা গোষ্ঠীৰ মিত্ৰ) আৰু চান উইনাইটেড আৰ্মি (চান, চীন আৰু অন্য সংখ্যালঘু সম্প্ৰদায়েৰে গঠিত ড্ৰাগছ ব্যৱসায়ীৰ সংগঠনৰ নেতা ড্ৰাগছ ব্যৱসায়ী খুনচাৰ মৃত্যুৰ পিছত চান ইউনাইটেড আৰ্মিৰ ওৱে জেং জেং সৰ্বেসৰ্বা হৈ পৰে।)

এই বিদ্ৰোহী সংগঠনবোৰে সাধাৰণতে ম্যানমাৰৰ সীমান্ত ৰাজ্য কেইখনত নিজৰ কাৰ্যকলাপ সংঘটিত কৰে। তেওঁলোকে ম্যানমাৰৰ যাংগুণ চৰকাৰৰ বিৰোধিতা কৰে। এই সংগঠনবোৰ মাজে সময়ে তেওঁলোকৰ এলেকাৰ পৰা বাহিৰলৈ আহি অন্যান্য অঞ্চলত ক্ষতিসাধন কৰেহি। কাৰেণসকলে বাৰ্মন বসতি প্ৰধান অঞ্চল বাগো, দাৱেই আৰু ক্যাইকট' আক্ৰমণ কৰেহি। এই কাৰেণসকলেই ১৯৮৪ চনত য়াংগুনৰ ওচৰৰ ব-দ্বীপত বোমা নিক্ষেপ কৰিছিল। ১৯৯২ কাৰেণ বিদ্ৰোহী সৈন্য কিছুমানক য়াংগুনৰ দক্ষিণত হত্যা কৰিছিল।

ড্ৰাগছ ব্যৱসায়ৰ অৰিয়া-অৰি কাৰণে গল্ডেন ট্ৰায়েংগলৰ বিদ্ৰোহী সমস্যাটোৱে জটিল ৰূপ ধাৰণ কৰিছে। পশ্চিমৰ প্ৰতিদ্বন্দ্বীসকলে বাৰ্মীজ চৰকাৰে বিদ্ৰোহ ধ্বংস কৰা আঁচনিত হয়ভৰ দিছে, কিয়নো এই ব্যৱসায়ৰ মুখ্য অংশ চান, ৱা, আৰু ককাং গোষ্ঠীৰ অধীনত। সেয়ে ড্ৰাগছৰ ব্যৱসায় ৰুদ্ধ কৰিবৰ বাবে য়াংগুন চৰকাৰে সহায়ৰ হাত আগবঢ়াইছে। (অন্যথা য়াংগুন চৰকাৰৰ বিৰোধিক সহায় কৰিলে ড্ৰাগছ ব্যৱসায়ক 'যুদ্ধৰ বাবে ড্ৰাগছ'ক স্বীকৃতি দিব লাগিব।) য়াংগুন চৰকাৰে বিদেশী সাহাৰ্য সম্পূৰ্ণ ব্যৱহাৰ কৰি ড্ৰাগছ ব্যৱসায়ৰ লগত সম্পৰ্ক থকা সকলো বিদ্ৰোহী গোটক চিনাক্ত কৰিবলৈ সক্ষম হৈছে।

এই বিদ্ৰোহী সংগঠনবোৰৰ ভিতৰত চৰকাৰ বিৰোধী মুখ্য সংগঠনটো হৈছে নেশ্যনেল ডেমক্ৰেটিক ফ্ৰণ্ট। ১৯৭৬ চনত ৯ টা অ-কমিউনিষ্ট সংগঠনৰ লগ হৈ এন. ডি. এফ. গঠিত হয়। এন. ডি. এফ.ৰ মুখ্য উদ্দেশ্য আছিল চৰকাৰী আক্ৰমণত ভগ্নী সংগঠনলৈ সামৰিক সাহায্য প্ৰদান আৰু স্বাধীনতা অটুত ৰাখি দেশৰ ভিতৰত উমৈহতীয়া ৰাজনৈতিক একতা স্থাপন। এই সদস্যসমূহৰ সামৰিক শক্তি ২৫,০০০ সৈন্যৰ বেছি হ'ব পাৰে; কিন্তু একেলগ হৈ সঁচা অৰ্থত একো আক্ৰমণ সংগঠিত কৰা নাই।

৮০ ৰ দশকত এন.ডি. এফে সংখ্যাগুৰু সংখ্যালঘুৰ বিৰোধ ভাবৰ অৱসান ঘটাবলৈ বাৰ্মীজ চৰকাৰৰ লগত আলোচনাত বহিবলৈ ইচ্ছা প্ৰকাশ কৰে। আলোচনাত সমস্যা সমাধান নোহোৱাৰ ফলত এন. ডি. এফ.ম্যানমাৰৰ ভিতৰত আলোচনাত বহিবলৈ অস্বীকাৰ কৰি কোনো নিৰেপেক্ষ দেশত আলোচনাত বহিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। ১৯৮৯-৯৪ সন্ধি আৰু ১৯৯৫ চনত এন. ডি. এফ.ৰ প্ৰধান অংশীদাৰ দল কে. এন. ইউ.ৰ ওপৰত বাৰ্মীজ সৈন্যৰ জয়লাভৰ পিছত দুইপক্ষৰ মাজত দ্বিপাক্ষিক সম্বন্ধ অদূৰ ভবিষ্যতে উন্নত হোৱাতো অনিশ্চিত হৈ পৰিছে।

১৯৭০ আৰু ৮০ ৰ দশকত এন. ডি. এফ.ৰ লগত সম্বন্ধ নথকা বাৰ্মীজ কম্যুনিষ্ট পাৰ্টি ১২০০০ ৰ পৰা ১৫০০০ সৈনিকেৰে সমৃদ্ধ হৈ উঠে। কিন্তু ১৯৭৯ চনৰ পিছৰ পৰা চীন চৰকাৰে এই মাওপন্থী গোটটোৰ লগত সম্পৰ্ক নাইকিয়া কৰাত ইয়াৰ শক্তি সামৰ্থ্য কমি আহে। অন্যহাতেদি চীনত সাংস্কৃতিক বিপ্লৱৰ পিছৰ পৰা চীনৰ সম্পৰ্ক বাৰ্মীজ চৰকাৰৰ লগত সৌহাৰ্দ্যপূৰ্ণ হৈ উঠে। ১৯৮৫ চনত চীনে ভইচ অৱ দি পিপল অব বাৰ্মাৰ প্ৰচাৰ বন্ধ কৰাৰ এমাহৰ পিছতে নে' উইনে চীন ভ্ৰমণ কৰে।

কোনো জাতিগোষ্ঠীক প্ৰতিনিধিত্ব নকৰা অন্য সংগঠনবিলাক হৈছে ডেমক্ৰেটিক এলায়েঞ্চ অব বাৰ্মা, নেশ্যনেল লিগ অব ডেমক্ৰেচি ইন লিবাৰেটেড এৰিয়াজ, নেশ্যনেল কোৱালিশ্যন গৰ্ভণমেণ্ট অৱ দি ইউনিয়ন অৱ বাৰ্মা আৰু অল বাৰ্মা ষ্টুডেণ্ট ডেমক্ৰেটিক ফ্ৰণ্ট। এনেকুৱা বেছি সংখ্যক সংগঠনে থাই বাৰ্মীজ সীমান্তৰ কে এন ইউৰ দখলত থকা শৰণাৰ্থী শিবিৰৰ গাঁওবোৰৰ পৰা কাম-কাজ চলায়। তেওঁলোকৰ নিজস্ব সৈন্য সামন্ত নথকাকৈয়ো বৰ বৰ ঘোষণা প্ৰচাৰ কৰে যদিও তেওঁলোকৰ নিজস্ব একো শক্তি নাই।

**কাৰেণ নেশ্যনেল ইউনিয়ন** ঃ- ১৯৪৮ চনত ম্যানমাৰে স্বাধীনতা লাভ কৰাৰ পিছৰে পৰাই কাৰেণ নেশ্যনেল ইউনিয়নে (KNU) ১৯৪৭ চনৰ পেংগলং চুক্তি বাৰ্মীজ চৰকাৰে সন্মান কৰা নাই বুলি সশস্ত্ৰ বিদ্ৰোহ চলাই আছে। আজিৰ দিনলৈকে কাৰেণ থাই-বাৰ্মীজ সীমান্তত অৱস্থিত চাং ইয়াং নদীৰ কাষৰ মেনাৰ নিউ জিলাৰ কেউথুলেইত নিজৰ মুখ্য সদৰ কাৰ্যালয় কাৰ্যালয় স্থাপন কৰিছে।

ডেমক্ৰেটিক এলাইয়েঞ্চ অৱ বাৰ্মা (DAB), যি বাৰটা সংগঠনৰ মিত্ৰ গোষ্ঠীকে তেওঁলোকে মুখ্য কাৰ্যালয় মেনাৰপ্লিউতে স্থাপন কৰিছে। ১৯১০ চনৰ জাতীয় নিৰ্বাচনত নেশ্যনেল লিগ অব ডেমক্ৰেচিৰ যিসকল সদস্য জয়ী হৈছিল তেওঁলোকেও ইয়াতেই সমান্তৰাল চৰকাৰ এখন গঠন কৰি কাম-কাজ চলাই আছে। এই সমান্তৰাল চৰকাৰখনৰ প্ৰধানমন্ত্ৰী হৈছে ড° চিয়েন উইন, যি আং-চান-চু-কিৰ সম্বন্ধীয় ভায়েক আৰু উ-বা-উইনৰ পুত্ৰ (যাক ককায়েক আংচেনৰ লগত ১৯৪৭ চনত হত্যা কৰা হৈছিল)। বিতাড়িত সদস্যসকলো কাৰেণ নেশ্যনেল উইনিয়নৰ জেনেৰেল ব' মায়া আৰু কাচিনৰ নেতা ব্ৰেং চেঙৰ লগত মিত্ৰতা স্থাপন কৰিছে। বাৰ্মীজ চৰকাৰৰ লগত বহু জনগোষ্ঠী নেতাৰ চুক্তি সম্পন্ন হোৱাৰ ফলতএই সংগঠনসমূহে নেশ্যনেল লিগ অৱ ডেমক্ৰেচিৰ লগত সম্বন্ধ ত্যাগ কৰাত লীগ দুৰ্বল হৈ পৰে।

১৯৯২ চনত বাৰ্মীজ সৈন্যৰ ২২ নং আৰু ৪৪ নং ডিভিজনৰ লগতে ৬৬ নং ডিভিজনৰ লাইট ইনফেণ্ট্ৰি বেটিলিয়েনে ২০,০০০ সৈনিকেৰে পশ্চিমৰ ফালৰ পৰা মেনাৰপ্লিউ আক্ৰমণ কৰে যদিও যুদ্ধত বেয়াকৈ ক্ষতিগ্ৰস্ত হয়। কাৰেণ ইউনিয়নৰ শক্তিত ত্ৰাসিত হৈ বাৰ্মীজ চৰকাৰে যুদ্ধ বিৰতি ঘোষণা কৰিলে।

ক্ৰিষ্টিয়ান আৰু বুদ্ধিষ্ট সম্প্ৰদায়ৰ মাজত সংঘাত হৈ কাৰেণ নেশ্যনেল ইউনিয়ন দুটা বিৰোধী শিবিৰত বিভক্ত হৈ পৰে। ১৯৯৫ চনৰ জানুৱাৰী মাহত বাৰ্মীজ সৈন্যই ১৯৯২ চনৰ শান্তি চুক্তি উলংঘা কৰি ডেমক্ৰেটিক কাৰেণ বাৰ্মিষ্ট সংগঠনক সহায় আগবঢ়ায়। কে. এন. ইউ.ৰ নেতাসকলে দক্ষিণলে পিচহুকি যোৱাত তেওঁলোকে দ্বিতীয় ৰাজধানী চাই যকৰ বিপৰীত দিশত থকা কাউমুৰা ১৯৯৫ চনৰ ফেব্ৰুৱাৰীত হেৰুৱাব লগা হয়।

বাৰ্মীজ চৰকাৰৰ এই নীতিত কাৰেণসকল ক্ষুদ্ধ হৈ মাৰ্টাবান উপদ্বীপেদি থাইলেণ্ডলৈ যোৱা তেল সৰবৰাহকাৰী পাইপলাইনৰ দায়িত্বত থকা ৮ জন বাৰ্মীজ পেট্ৰলিয়াম ইঞ্জিনীয়াৰক ওভোটাই আনি কাৰেণসকলৰ সপক্ষে সশস্ত্ৰ

অভিযান আৰম্ভ কৰে।

**চান বিদ্ৰোহী ঃ** - যদিওবা বাৰ্মীজ চৰকাৰে কাৰেণ নেশ্যনেল ইউনিয়নক উৎখাত কৰিবলৈ সক্ষম হ'ল তথাপি তেওঁলোকে শান্তনা লভিব পৰা নাছিল। কাৰণ এই সংগঠনবোৰৰ ভিতৰত আটাইতকৈ শক্তিশালী গোট চানসকলে দক্ষিণ চান ৰাজ্যত প্ৰভুত্ব বিস্তাৰ কৰি আছে। ড্ৰাগছ ব্যবসায়ৰ খুনচা মৃত্যুৰ আগলৈকে দক্ষিণ চানৰ এক অপ্ৰতিদ্বন্দ্বী নেতা হিচাপে পৰিচিত হৈ আছিল। চানসকলৰ সৈন্যবল ২৫,০০০ জন বুলি নিশ্চিত কৰা হৈছে। এই সৈন্য-বাহিনীটো ম্যানমাৰৰ অন্যজনগোষ্ঠীৰ বিদ্ৰোহীসকলতকৈ ডাঙৰ, সুপ্ৰশিক্ষণপ্ৰাপ্ত। ৰাচিয়ান SAM-7 এণ্টি এয়াৰক্ৰাফট মিচাইলেৰে সৈতে সজ্জিত এক অত্যাধুনিক সৈন্য দল। চান ইউনাইটেড আৰ্মিয়ে চান ষ্টেট আৰ্মি আৰু মুং টাই আৰ্মিৰ লগ হৈ ১২ বছৰ ওপৰৰ ল'ৰা-ছোৱালীক সেনিকৰ প্ৰশিক্ষণ দি আহিছে।

হ'মঙৰ বহুমূলীয়া পাথৰ শোধন কৰা কাৰখানা, কাঠৰ মিল আদি উদ্যোগ গঢ়ি উঠাই জনসংখ্যা ১০,০০০ ৰ অধিক হৈছে, যিয়েই হয়তু চান ষ্টেট আৰ্মীৰ ধ্বংসৰ কাৰণ হ'বগৈ পাৰে। কিয়নো ঘন জনবসতিপূৰ্ম অঞ্চল গেৰিলা যুদ্ধৰ বাবে মুঠেই উপযোগী নহয়। যদিহে বাৰ্মীজ চৰকাৰে কাৰেণ নেশ্যনেল ইউনিয়নক সম্পূৰ্ণ ৰূপে কাবু কৰিব পাৰে তেনে চান ষ্টেট আৰ্মী বিপক্ষে সম্পূৰ্ণ শক্তি প্ৰয়োগ কৰিব পাৰিব।

**শান্তিচুক্তিসমূহ** (Truces) ঃ— যোৱা বছৰৰ ভিচৰত য়াংগন বিৰোধী বিদ্ৰোহীসকল দুৰ্বল হৈ পৰিছে। বাৰ্মীজ কমিউষ্টিট পাৰ্টিৰ কিছু সৈনিক ১৯৮৯ চনত তথাকথিত 'পেংচেং ম্যুটিন'কৰি কমিউনিষ্ট পাৰ্টি উৎখাত কৰিছে। বুৰ্মন কমিউনিষ্ট নেতাসকল চীনলে পলাই যোৱাত কমিউনিষ্ট ৰাজ্য বা নেশ্যনেল আৰ্মিৰ অধীনলে আহে। তেওঁলোকে তৎক্ষণাত য়াংগন চৰকাৰৰ লগত শান্তি চুক্তি কৰে।

ইয়াৰ পিছত য়াংগুন চৰকাৰে একেধৰণৰ চুক্তি সুসমগঠিত কাচিন ইণ্ডিপেণ্ডেঞ্চ অৰ্গেনাইজেশ্যনৰ লগতো সম্পন্ন কৰে। কে. আই. অ.ৰ লগত চুক্তি সম্পন্ন কৰি বায়াহ আৰু পা-ও সংগঠনৰ লগত শান্তি চুক্তি সম্পন্ন কৰে। ১৯৪৯ চনৰ পৰা য়াংগুন চৰকাৰৰ বিপক্ষে থিয় দি থকা নিউ মন ষ্টেট পাৰ্টি আৰু মন নেশ্যনেল লিবাৰেশ্যন ফ্ৰণ্টৰ লগত ১৯৯৫ চনৰ জুনত বাৰ্মীজ

মিলিটেৰীয়ে যুদ্ধবিৰতিত স্বাক্ষৰ কৰে। এতিয়ালৈকে য়াংগুন চৰকাৰে ১৫ টা বিদ্ৰোহী গোটৰ লগত শান্তি চুক্তি স্বাক্ষৰ কৰিছে। কিছুমান ক্ষেত্ৰত বিশেষকৈ ৱা-পা-ও আৰু ককাং সংগঠনক ড্ৰাগছ ব্যৱসায় কৰিবলৈ উদগণি দিছে। যিসকল ড্ৰাগছ ব্যৱসায়ীয়ে য়াংগন চৰকাৰৰ লগত বৈৰীভাব এৰি পেলাইছে তেওঁলোকক বাৰ্মীজ সৈন্যই ড্ৰাগছ ব্যৱসায়ত সহায়ৰ হাত আগবঢ়াইছে।

এতিয়া মাত্ৰ কাৰেণ আৰু চানসকলেহে য়াংগুন চৰকাৰৰ বিপক্ষে যুদ্ধ চলাই আছে। ১৯৯৪/৯৫ চনৰ বাৰ্মীজ সৈন্যৰ আক্ৰমণে কাৰেণ বিদ্ৰোহীসকলক বেয়াকৈ ক্ষতিগ্ৰস্ত কৰিলে। চানসকলেও তেওঁলোকৰ আটাইতকৈ ভয়াবহ ৰাজনৈতিক আৰু মিলিটেৰী নেতা চাও চেই লেকক ১৯৯৫ চনৰ আগভাগত হেৰুৱায়। থাইসকলে বিদ্ৰোহীসকলৰ লগত মোকামিলা কৰা নীতি য়াংগুন চৰকাৰেও গ্ৰহণ কৰি ৭০ আৰু ৮০ ৰ দশকত চান প্ৰদেশক এৰি অন্য সকলো সীমান্ত অঞ্চলতে হস্পিটেল, স্কুল, পথ আদি নিৰ্মাণ কৰি গাঁওবাসীসকলক বিদ্ৰোহীসকলৰ পৰা নিলগাই ৰাখিবলৈ চেষ্টা চলালে। এই ৰাজনৈতিক আৰু সামৰিক সফলতাৰ অৰ্থ এইটো নহয় যে, ম্যানমাৰত বিদ্ৰোহীসকল নিপাত হ'ল মাত্ৰ ই সমস্যাসমূহৰ শান্তিপূৰ্ণ সমাধানৰ দিশত লাহে লাহে অগ্ৰসৰ হ'বলৈ সক্ষম হৈছে।

# মণিপুৰৰ বিদ্ৰোহী সংগঠন

ব্ৰিটিছ শাসনৰ শেষৰফালে অৰ্থাৎ ১৯৪৫ চনৰ পৰা ব্ৰিটিছে ভাৰত ত্যাগ কৰিব বুলি নিশ্চিত হোৱাৰ লগে লগে বিভিন্ন ৰাজ্য, ৰজা আৰু প্ৰান্তীয় শাসকবৰ্গই নিজৰ নিজৰ প্ৰভূত্ব নিজ এলেকাত প্ৰতিষ্ঠা কৰিবলৈ যত্নপৰ হৈ পৰিছিল। সেই অনুসৰি ১৯৪৬ চনৰ ২ ছেপ্টেম্বৰত পণ্ডিত জৱাহৰলাল নেহৰুৱে ভাৰতত অন্তৰৱৰ্তী চৰকাৰৰ প্ৰধানমন্ত্ৰীত্বৰ ভাৰ গ্ৰহণ কৰে। সেই সময়ত অসমৰ ৰাজ্যপাল ছাৰ আকবৰ হাইদৰী মণিপুৰলৈ আহি অঞ্চলটোৰ ৰাজনৈতিক বাতাবৰণ অধ্যয়ন কৰি জনসাধাৰণৰ ভাবাবেগ সম্পৰ্কে অৱগত হয়। সেই সময়ত মণিপুৰত 'প্ৰজা শান্তি সভা'ই শাসন ভাৰ চলাই আছিল। সভাই ১৯৪৮ চনৰ ১৭ ডিচেম্বৰত মণিপুৰক এখন স্বায়ত্ব শাসিত ৰাজ্যহিচাপে ঘোষণা কৰি মহাৰাজাৰ অধীনত ৰাজ্যখনৰ শাসনভাৰ চলাই যাব বুলি ঘোষণা কৰে। শাসকীয়া দলৰ সাধাৰণ সম্পাদক এল. ইবমচা সিঙে অন্য এক স্মাৰক পত্ৰ যোগে জানিবলৈ দিয়ে ৰাজ্যখনৰ প্ৰায় ১০০% লোকে মণিপুৰক ভাৰতৰ লগত মিলি যোৱা বা সদস্য ৰাজ্য হিচাপে থকাটোৰ বিৰোধিতা কৰে।

সেইখিনি সময়ত বাৰ্মাত (ম্যানমাৰ) কমিউনিষ্ট শক্তিৰ উত্থান ভাৰতৰ বাবে চিন্তনীয় হৈ পৰিছিল। সেয়েহে অতিশীঘ্ৰে মণিপুৰক ভাৰতৰ এখন অংগ ৰাজ্যৰ ৰূপে প্ৰতিষ্ঠা কৰিবলৈ পদক্ষেপ গ্ৰহণ কৰিছিল। ইতিপূৰ্বে মণিপুৰক এখন স্বাধীন ৰাষ্ট্ৰৰূপে প্ৰতিষ্ঠা কৰিবলৈ ইৰাবাত নামৰ এজন লোকে অহোপুৰুষাৰ্থ কৰিছিল। ১৮৯৬ চনৰ ৩০ ছেপ্টেম্বৰত ইম্ফলৰ পিসুমত এটা দৰিদ্ৰ পৰিয়ালত জন্মগ্ৰহণ কৰা ইৰাবাত কালক্ৰমত মণিপুৰৰ ৰাজপৰিয়ালৰ ছোৱালী বিয়া কৰি ব্ৰিটিছ চৰকাৰৰ উচ্চপদস্থ বিষয়া হৈছিল যদিও নিজ দেশৰ প্ৰজাবৰ্গৰ দুখ-দুৰ্দশা দেখি চৰকাৰী চাকৰী ত্যাগ কৰি মণিপুৰৰ বিভিন্ন উন্নয়নমূলক কামত ব্ৰতী হৈছিল। তেতিয়াই ইৰাবাতে অনুভৱ কৰিছিল যে মণিপুৰৰ জনসাধাৰণৰ উন্নয়নৰ বাবে মাথো মণিপুৰী লোকৰ দ্বাৰা চালিত শাসনেহে একমাত্ৰ পথ। সেয়েহে মণিপুৰক এখন সমৃদ্ধিশালী ৰাজ্য হিচাপে গঢ় দিয়াৰ উদ্দেশ্যে ৰাজ্য তথা তদানীন্তন শাসন ব্যৱস্থাৰ পৰিৱৰ্তে গণতান্ত্ৰিক পন্থাৰে শানসকাৰ্য চলোৱাৰ বাবে জনসাধাৰণক জাগৃত কৰিবলৈ মনিপুৰৰ চুকে-কোণে প্ৰচাৰ চলাইছিল। ইৰাবাতৰ এই কাৰ্যত ক্ষুন্ন হৈ চৰকাৰে তেওঁৰ বিৰুদ্ধে গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰে। ফলত তেওঁ আত্মগোপন কৰে যদিও লুকাই থকা স্থানৰ পৰা গ্ৰেপ্তাৰ কৰে। এনেদৰে কেইবাবাৰো তথাকথিত ৰাষ্ট্ৰবিৰোধী কাৰ্যত জড়িত থকাৰ অভিযোগত কেইবাবাৰো গ্ৰেপ্তাৰ বৰণ কৰে যদিও মণিপুৰৰ প্ৰধান

জনগোষ্ঠী মেইটিসকলৰ মাজত বিপ্লৱৰ বীজ অংকুৰণ কৰিবলৈ সক্ষম হয়। ১৯৪৭ চনৰ প্ৰথম ভাগত যেতিয়া বৃটিছে ভাৰত ত্যাগ কৰাটো নিশ্চিত হ'ল তেতিয়া মণিপুৰ ৰাজ্যৰ দৰবাৰৰ সভাপতি পিয়েৰচনৰ অধ্যক্ষতাত এখন সংবিধান প্ৰস্তুত কৰা। সংবিধানখনৰ কোনো এটা দফাতে মণিপুৰৰ স্বাধীনতা আৰু গণতন্ত্ৰৰ উল্লেখ নথকাত ইৰাবাতে আৰু প্ৰজাসংঘই এই সংবিধানখন নাকচ কৰে। অন্যহাতেদি স্বাধীনতাৰ পিচত মণিপুৰীবাসীয়ে ভাৰতৰ লগত চামিল হোৱাৰ বিৰোধিতা কৰে। ১৯৪৯ চনৰ ছেপ্টেম্বৰ মাহত ৰজা বোধচন্দ্ৰ সিঙে শ্বিলংত উপস্থিত হৈ অসমৰ গৱৰ্ণৰ শ্ৰীপ্ৰকাশৰ লগত চৰকাৰৰ আৰু দীৱানৰ মাজৰ সম্বন্ধলৈ আলোচনা কৰে। কিন্তু ভাৰত চৰকাৰে তদানীন্তন গৃহ মন্ত্ৰী চৰ্দাৰ বল্লভ ভাই পেটেল যথাসম্ভৱ শীঘ্ৰে মণিপুৰক ভাৰতৰ লগত চামিল হোৱাটো কামনা কৰিছিল। পেটেলে গৰ্বনৰ প্ৰকাশক জনাই দিছিল যে মহাৰাজৰ উক্ত শ্বিলং ভ্ৰমণতেই ভাৰতৰ সৈতে মণিপুৰৰ চামিল হোৱাটো জৰুৰী। সেয়েহে ১৯৪৯ চনৰ ২১ ছেপ্টেম্বৰত মণিপুৰ ভাৰতৰ লগত চামিল হোৱা চুক্তি স্বাক্ষৰিত হয়। মণিপুৰৰ শাসনত থকা প্ৰজা শান্তি সভা চৰকাৰখন বৰ্খাস্ত কৰা হয় আৰু ভাৰত চৰকাৰে প্ৰথমবাৰৰ বাবে ৰাৱাল অমৰ সিঙক মুখ্য আয়ুক্ত নিয়োগ কৰি মণিপুৰলৈ প্ৰেৰণ কৰে।

মহাৰাজ বোধচন্দ্ৰ সিঙে চামিলকৰণ চুক্তিত চহী কৰাৰ বাতৰি পাই ইৰাৱত হতভম্ব হৈ পৰে। আৱশ্যম্ভাৱীভাৱে মণিপুৰৰ কমিউনিষ্ট ভাবাপন্ন লোকসকলৰ ওপৰত চৰকাৰী সন্ত্ৰাস আৰম্ভ হোৱাৰ লগে লগে ইৰাবাতে ম্যানমাৰলৈ পলায়ন কৰে। ম্যানমাৰত সমভাবাপন্ন কমিউনিষ্ট পাৰ্টিৰ সহায়ত 'গণতান্ত্ৰিক মুক্ত প্ৰজাতান্ত্ৰিক মনিপুৰ (Independent Socialist Republic of Manipul)' প্ৰতিষ্ঠাৰ পথত সংগ্ৰাম কৰিবলৈ অগ্ৰসৰ হ'ল। সেই সময়ত ম্যানমাৰত কেইবাটাও কমিউনিষ্ট গোট আছিল যদিও সেইবোৰৰ মাজত সমন্বয় নাছিল। ইৰাৱতে সকলোকেইটা গোট একত্ৰিত কৰি সংযুক্ত মৰ্চা গঠন কৰে। কমিউনিষ্ট গোটসমূহৰ দখলত থকা ম্যানমাৰৰ উত্তৰৰ কাবাও উপত্যকা আৰু আংচহ্ত ইৰাৱতে 'মনিপুৰ ৰেড গাৰ্ড' নামৰ এটা সশস্ত্ৰ সংগঠনৰ জন্ম দিয়ে। ম্যানমাৰত সশস্ত্ৰ প্ৰশিক্ষণৰ কাৰ্যত অংশগ্ৰহণ কৰি থাকোতে টেংবো গাঁৱত নৰিয়াত পৰি ১৯৫১ চনৰ ২৬ ছেপ্টেম্বৰত স্বাধীন মণিপুৰৰ সপোন দেখা ইৰাবাতে মৃত্যুবৰণ কৰে।

ইৰাবাতৰ মৃত্যুৰ ১৮ বছৰৰ পিচত প্ৰায় ২০০ মেইটি যুৱকে তেওঁৰ সপোন বাস্তৱত ৰূপায়িত কৰিবলৈ পূব পাকিস্তান(বাংলাদেশ)ত পদাৰ্পণ কৰে। কিন্তু চিলেট জিলাত উপস্থিত হৈয়েই গোটটোৰ নেতৃবৃন্দৰ মাজত সংঘাত হয়। নেতৃত্বত যোৱা লোককেইজন আছিল আইনাম সুধীৰ, নামেৰিপম বিশ্বেশ্বৰ,আৰ কে চাওমাবা আৰু ধনেশ্বৰ।

১৯৬৮ চনৰ প্ৰথম ভাগত অইনাম সুধীৰে পাকিস্তানী সামৰিক বিষয়াসকলৰ লগত যোগাযোগ কৰি পাকিস্তান চৰকাৰৰ পৰা যিকোনো সহায়ৰ বাবে আবেদন জনায়। কিন্তু সেইখিনি সময়ত পূব পাকিস্তান মুক্তি আন্দোলনত উত্তাল হৈ থকাৰ পৰিপ্ৰেক্ষিতত পাকিস্তান চৰকাৰে উত্তৰ পূবৰ এটা বিদ্ৰোহী সংগঠনক সহায় কৰাৰ পৰিৱৰ্তে সংগঠনটোৰ সদস্যসকলক এমাহ কাৰাৰুদ্ধ কৰি ৰাখি পিচত ত্ৰিপুৰাত ভাৰতীয় সামৰিক বাহিনীক গতাই দিয়ে। এই যুৱকসকলক ত্ৰিপুৰাৰ ধৰমনগৰ কাৰাগাৰত বন্দী কৰি ৰাখে আৰু ১৯৭২ চনত মণিপুৰ চৰকাৰে সকলোকে ক্ষমাদান কৰি কাৰাগাৰৰ পৰা মুক্ত কৰি দিয়ে।

আনহাতেদি সুধীৰে পাকিস্তানী সামৰিক বিষয়াৰ লগত সুহৃদয়তাৰ সুবিধা লৈ ১৯৬৯ চনত চিলেটত 'ৰিভলুশ্যনাৰী গৰ্বনমেন্ট অৱ মণিপুৰ' গঠন কৰি ইউনাইটেড নেচেনেল লিবাৰেচন ফ্ৰন্টৰ নামত প্ৰচাৰ পত্ৰিকা চলাই নিজৰ অৱস্থিতি ঘোষণা কৰে। কিন্তু নেতৃবৰ্গৰ মাজত নিয়মিতভাৱে চলি থকা অন্তঃকলহে পাকিস্তানী চৰকাৰ বা সশস্ত্ৰ সংগ্ৰাম কৰিবলৈ যোৱা যুৱকসকলৰ মনত সন্দেহে বাহ ল'লে। কেনেকৈ ক্ষমতাৰ খোৱা-কামোৰা কৰি থকা নেতৃবৰ্গই মণিপুৰ স্বাধীন কৰিব। তথাপিতো ১৯৭১ চনৰ ভাৰত-পাক্ যুদ্ধৰ সময়লৈকে চিলেট জিলাত বিদ্ৰোহী (ৰিভলুশ্যনেৰী) সংগঠনটোৱে পাকিস্তানী সৈন্যৰ তত্বাৱধানত প্ৰশিক্ষণত শিবিৰ চলাই যাবলৈ সক্ষম হৈছিল। কিন্তু যুদ্ধ সমাপ্ত হোৱাৰ লগে লগে মেইটেই বিদ্ৰোহীসকল ভাৰতলৈ প্ৰত্যাৰ্পণ কৰে। কিন্তু ওভতনি যাত্ৰাত চি আৰ পি বাহিনীৰ লগত বিদ্ৰোহী গোটৰ সদস্যসকলৰ গুলীয়াগুলী হয় যদিও সদস্যসকল পলাই যাবলৈ সক্ষম হয়।

মণিপুৰ ৰিভলুশ্যনাৰী আৰ্মিৰ নেতা বিশ্বেশ্বৰে ভাগি পৰা সংগঠনটোৰ সদস্যসকলক একত্ৰিত কৰি 'পিপলচ লিবাৰেচন আৰ্মি (Peoples Kachin Liberation Army)' মুখ্য কাৰ্যালয় আছে আৰু সমগ্ৰ অঞ্চলটো সংগঠনটো দখল অব্যাহত আছে। মণিপুৰী বিদ্ৰোহী সংগঠনৰ লগতে উত্তৰ-পূবাঞ্চলৰ অন্যান্য বিদ্ৰোহী সংগঠনেও ইয়াতেই শিবিৰ স্থাপন কৰি সদস্যসকলক গেৰিলা যুদ্ধকে আদি কৰি অন্যান্য সামৰিক প্ৰশিক্ষণ দি আছে।

ইফালে ইউ এন এল এফ নেতৃবৰ্গৰ মাজত ক্ষমতাৰ খোৱা-কামোৰা চলি থকাৰ ফলত সংগঠনটোৰ গৃহ সচিব বিশ্বেশ্বৰে চীনা প্ৰশাসনৰ লগত যোগাযোগ কৰিবলৈ ২০ জন মেইটেই যুৱককলৈ ১৯৭৪ চনত তিব্বতলৈ যাত্ৰা কৰে আৰু তেওঁলোকে বহু কষ্টৰে চীনা সামৰিক বিষয়াৰ লগত যোগাযোগ কৰিবলৈ সক্ষম হয়। তাতেই এই যুৱকসকলে দুবছৰ সামৰিক আৰু গেৰিলা প্ৰশিক্ষণ গ্ৰহণ কৰে। কিন্তু পুনৰ নেতৃবৰ্গৰ মাজত খোৱা-কামোৰা লাগি আৰু কেইটামান যেনে— KCP PREPAK আদি মণিপুৰী বিদ্ৰোহী সংগঠনৰ জন্ম দিয়ে। এতিয়া সকলোকেইটা

বিদ্ৰোহী সংগঠনে তেওঁলোকৰ সদস্যসকলৰ প্ৰশিক্ষণ কাচিন বা চিলেটত দি আহিছে।

কিন্তু বাস্তৱ ক্ষেত্ৰত দেখা গৈছে যে মণিপুৰৰ মুঠ মাটিকালি হৈছে ২২৩২৭ বৰ্গ কিলোমিটাৰ। ইয়াৰে ২২৩৮ বৰ্গ কিলোমিটাৰ পাহাৰীয়া অঞ্চল। ১৯৯১ চনৰ লোকপিয়ল অনুসৰি মুঠ জনসংখ্যা ১৮২৬৭১৪ জন। ইয়াৰে ১২ লাখ লোকে সমতল ভূমিত বাস কৰে আৰু ৬ লাখ ৫০ হাজাৰ লোক পাহাৰত বাস কৰে। উল্লেখযোগ্য যে ১৯৪২ চনৰ ১৫ আগষ্টত ভাৰতত চলি থকা ব্ৰিটিছ বিদ্ৰোহী আন্দোলনক দমন কৰিবলৈ তদানীন্তন ব্ৰিটিছ ভাইচৰয় লিনলিথগোৱে সশস্ত্ৰ বাহিনী (বিশেষ ক্ষমতা) অধ্যাদেশ জাৰি কৰিছিল। উক্ত আইনৰ ভিত্তিতে বৰ্তমান মণিপুৰত কেন্দ্ৰ চৰকাৰে প্ৰৱৰ্তন কৰিছে সশস্ত্ৰ বাহিনী (বিশেষ ক্ষমতা) অধ্যাদেশ। এই আইনখনৰ অপব্যৱহাৰ বিৰুদ্ধে মণিপুৰৰ বিভিন্ন সংগঠনে প্ৰতিবাদ কৰি আহিছে। উক্ত আইনখনৰ বাতিলৰ দাবীত ২০০০ চনৰ ৫ নবেম্বৰৰ পৰা মানৱ অধিকাৰ কৰ্মী ইৰম শৰ্মিলাই আমৰণ অনশন চলাই আহিছে। মণিপুৰৰ তিনিটা বিদ্ৰোহী সংগঠন ইউ. এন. এল. এফ., পি. এল. এ. আৰু প্ৰিপাকে ২০০৩ চনত মণিপুৰ পিপু'লচ্ লিবাৰেশ্যন ফ্ৰণ্ট নামৰ এক ঐক্যমঞ্চ গঠন কৰে। এই ঐক্যমঞ্চৰ মূল কাম হৈছে জনসাধাৰণৰ বাবে কিছু কল্যাণমূলক আঁচনি ৰূপায়ন কৰি বিদ্ৰোহী সংগঠনটোৰ প্ৰতি জনসাধাৰণৰ সঁহাৰি আদায় কৰা। কিন্তু উক্ত তিনিটা বিদ্ৰোহী সংগঠৰ ঐক্যমঞ্চৰ বিৰুদ্ধে এন.এচ. চি. এন. আই. এমৰ ভাতৃ সংগঠন মণিপুৰৰ কে. ৱাই. কে. এলে. বিৰোধিতা কৰিছে। অন্যহাতে ৰাজ্যখনৰ ৮ খন জিলা চুৰাচান্দপুৰ, উখৰুল, সেনাপতি, চাণ্ডেল আৰু টামেংলং পাহাৰীয়া জিলা। ইয়াৰে চুৰাচান্দপুৰক বাদ দি অন্য চাৰিখন জিলাত এন এচ চি এন (আই এম)ৰ শক্তিশালী স্থিতি আছে। মেইটেই উগ্ৰপন্থী সংগঠন ইউ এন এল এফ, পি এল এ, কে. চি. পি. আৰু প্ৰিপাকে স্বাধীন মণিপুৰৰ বাবে সংগ্ৰাম কৰি আছে। যদিহে সীমাৰেখাৰ ক্ষেত্ৰত এই সংগঠন কেইটাৰ নগা বিদ্ৰোহী সংগঠনৰ মুখামুখী সংঘৰ্ষ হয় তেনেহ'লে কি পৰিস্থিতিৰ সৃষ্টি হ'ব সি অভাৱনীয় হ'ব। সেয়েহে বাস্তৱৰ মুখামুখী হৈ বিদ্ৰোহী সংগঠনসমূহে গঠনংমূলক চিন্তা-চৰ্চা নকৰিলে মণিপুৰৰ লগতে উত্তৰ-পূবৰ অন্যান্য অংশও এক ক্ষয়কাৰী পৰিস্থিতি যে মুখামুখি হ'ব সি ধ্ৰুৰূপ।

# ম্যানমাৰৰ নাট উপাসনা

ম্যানমাৰত বৌদ্ধ ধৰ্মই যদিও প্ৰসাৰ লাভ কৰিছে তথাপি আগৰ পৰা প্ৰচলিত জড় পদাৰ্থ যেনে— পাহাৰ, নৈ, শিল আদিৰ উপাসনাও সমভাৱেই প্ৰচলন হৈ আছে। ম্যানমাৰবাসীৰ অন্তৰত পুৰণিকলীয়া পূজা-অৰ্চনাই এখন আসন দখল কৰি আহিছে। বাৰ্মীজ ভাষাত 'নাট' শব্দটোৰ উৎপত্তি পালি শব্দ 'নাথ'ৰ পৰা লোৱা হৈছে আৰু ইয়াৰ অৰ্থ হৈছে 'প্ৰভু'। বুদ্ধ উপাসকসকলে সদায়েই নাট ধৰ্ম বিশ্বাসতো মানুহৰ মনৰ পৰা নাইকিয়া কৰিবলৈ অহোপুৰুষাৰ্থ চেষ্টা চলাই আছে যদিও বাৰ্মীজবাসীৰ সমাজ জীৱনত 'নাট' বিশ্বাসে অপৰিসীম ক্ৰিয়া কৰি আছে। আমি ম্যানমাৰৰ গাড়ীসমূহত আৰি থোৱা ৰঙা আৰু বগা ফিটা লক্ষ্য কৰিছিলোঁ। এই ৰঙা আৰু বগা ফিটা নাটৰ প্ৰতীক। ম্যানমাৰত নাটৰ প্ৰতি ভয় থকা জনসাধাৰণে গাহৰি মাংস নাখায়। গাহৰি মাংস খালে দেৱতাসকলৰ ওচৰত তেওঁলোক দোষী হৈ পৰিব বুলি বিশ্বাস। বাৰ্মীজ সমাজৰ এই দৰ্শন সঁচাকৈয়ে আশ্চৰ্যজনক। ম্যানমাৰবাসীৰ পৰা জনা মতে একাদশ শতিকাত আনাৰটাই বগানৰ শাসনভাৰ লোৱাৰ আগতে ঘৰ বা সংঘ, প্ৰসাদ আদিৰ লগত সৰু ঘৰ এটা সাজি তাত ভূমি দেৱতাৰ পূজা অৰ্চনা কৰা হৈছিল। খেতি-বাতি কৰা পথাৰতো ভূমি দেৱতালৈ পূজা আগবঢ়োৱা হৈছিল। ঘৰৰ গৃহস্থই সদায় মন্দিৰত দেৱতাসকললৈ খাদ্য বস্তু, ফুল, ধূপ আদি উচৰ্গা কৰিছিল। ইতিহাসৰ পাতত বৰ্ণিত, থাই আৰু বুৰ্মণ ৰজাসকলে পূজা কৰিবৰ বাবে বেলেগে ডাঙৰ মন্দিৰ নিৰ্মাণ কৰাইছিল। হিন্দু দেৱ-দেৱী আৰু মহাযান বৌদ্ধ পণ্ডিতসকলৰ বুদ্ধিমত্তাই আৰু এই দেৱ মন্দিৰসমূহত পূজা অৰ্চনাৰ ভাগ পাইছিল। আনাৰটাইয়ে বৌদ্ধ ধৰ্মৰ জাতীয় ধৰ্ম কৰিবলৈ বগানত নাট উপাসনা নিষিদ্ধ কৰিবলৈ বিচাৰিছিল যদিও ম্যানমাৰত এতিয়াও অন্য ধৰ্মৰ তুলনাত নাট পূজা বেছিকৈ শিপাই আছে। আনাৰটায়ে দেশৰ সকলো মন্দিৰ ধ্বংস কৰাৰ লগতে ম্যানমাৰৰ প্ৰসিদ্ধ বিষ্ণু মন্দিৰ নাথলায়ুং ক্যায়ুং কৰিছিল। কিন্তু পিছত ইয়াক আকৌ নতুনকৈ সাজি উলিওৱা হয়। বুৰ্মণসকলে নাট উপাসনা বন্ধ নকৰি ভিতৰুৱা কৈ মন্দিৰ নিৰ্মাণ কৰি নাট পূজা চলাইছিল। আনাৰটাইৰ এই নাতিয়ে জনসাধাৰণক বৌদ্ধ ধৰ্মৰ প্ৰতি আকৰ্ষিত কৰাৰ পৰিৱৰ্তে ইয়াক নিলগাইহে নিলে। তেতিয়া আনাৰটাইয়ে নিজৰ ভুল বুজিব পাৰি নাটৰ ওপৰত থকা সকলো

নিষেধাজ্ঞা উঠাই ললে আৰু পায়া উপত্যকাত মন্দিৰ নিৰ্মাণৰ অনুমতি দিলে। আনাৰটাইয়ে দেৱৰাজ ইন্দ্ৰৰ লগতে সাদৃশ্য ৰাখি নাট দেৱ-দেৱীসকলক ৰজা বুলি ঘোষণা কৰিলে। তেতিয়াৰ বুদ্ধ ধৰ্মৰ ধৰ্ম গ্ৰন্থসমূহত পোৱা যায় যে ইন্দ্ৰই সমগ্ৰ দেৱ-দেৱীসমূহৰ হৈ বুদ্ধক সন্মান জনাই আহিছিল। যাৰ অৰ্থ হ'ল যে সকলো নাট দেৱ-দেৱী বুদ্ধকে নিম্ন স্তৰৰ বুলি আনাৰটাইয়ে জনসাধাৰণক বুজাবলৈ চেষ্টা কৰিলে। সেয়েহে ম্যানমাৰবাসীয়ে আজিও বৌদ্ধ, হিন্দু আৰু নাট উপাসনাক ক্ৰমে প্ৰথম, দ্বিতীয় আৰু তৃতীয় স্থান দিছে। যদিও নাট উপাসনাক ম্যানমাৰত তৃতীয় স্থানত ৰখা হৈছে কিন্তু নাট পন্থা এতিয়াও আগৰ দৰেই শক্তিশালী ৰূপত আছে। বাৰ্মীজসকলে বুদ্ধৰ উপাসনা কৰে ভৱিষ্যত জীৱনৰ বাবে আৰু হিন্দু আৰু বুৰ্মণসকলে নাট পূজা কৰে বৰ্তমানৰ অপায় অমংগল দূৰ কৰিবৰ বাবে। মানুহে পাপ খণ্ডন কৰিবলৈ থাগোমিনলে পূজা আগবঢ়াব লাগিব।

বগানসকলৰ শাসনৰ সময়ৰ পৰা ঘৰ দেৱতাক ঘৰৰ ভিতৰত স্থান দিয়া হয়। মহাগিৰি বা বৃহৎ পৰ্বত ঘৰত থকা দেৱতা হিচাপে নামকৰণ কৰা হয়। বহু সংখ্যক মানুহৰ ঘৰতে দুগৰাকী নাটক (ঘৰ দেৱতা আৰু বৃহৎ পতি দেৱতা) প্ৰতিনিধিত্ব কৰিবলৈ এটা বাকলি নুগুচোৱা ডাঙৰ নাৰিকল এটা এখন ৰঙা গামোচাত মেৰিয়াই তাত সুগন্ধি দ্ৰব্য চটিয়াই ওলমাই ৰখা হয়। বাৰ্মিজসকলে মহাগিৰি নাটক উপাসনা প্ৰত্যেক দিনেই কৰে। বুৰ্মণ বসতি প্ৰধান অঞ্চলসমূহত মন্দিৰ, সংঘসমূহত থকা নাটসকলে পূৰ্ণিমা আৰু অমাৱস্যাত অৰ্চনা আগবঢ়ায়। অমাৱস্যাৰ দিনা তেওঁলোকৰ পূজা অৰ্চনাৰ বাবে ব্যৱসায়ী প্ৰতিষ্ঠানসমূহো বন্ধ ৰাখে। অমাৱস্যাৰ দিনা এই লেখকে ম্যানমাৰৰ নাফালুং বজাৰখনো বন্ধ দেখা পাইছিল। নাটসমূহে জড় দেৱতাৰ পূজা ঘৰৰ বাহিৰতো কৰে। গছ পূজা কৰিবলৈ বৰগছৰ তলত গছদেৱতাৰ মূৰ্তি স্থাপন কৰা হয়। বৰ্তমানৰ ম্যানমাৰৰ নতুন প্ৰজন্মৰ নাট উপাসনাৰ প্ৰতি ধাউতি কমি আহিছে। তেওঁলোকৰ বেছি সংখ্যকেই এতিয়া মাত্ৰ ঘৰৰ নাট নাৰিকল পূজা কৰে। গোড়া বৌদ্ধ ধৰ্মাৱলম্বী লোকসকলে নাট পূজাৰ ওপৰত আস্থা প্ৰকাশ নকৰে। তেওঁলোকৰ মতে নাটসকলৰ অস্তিত্ব নাই— সেয়ে তেওঁলোকৰ পূজা কৰাতো অনুচিত। কিন্তু সূক্ষ্মভাৱে পৰ্যালোচনা কৰিলে দেখা যায় যে, তেওঁলোকৰ নাট উপাসনা অগ্ৰাহ্য কৰিছে এক মাত্ৰ তেওঁলোকৰ বৌদ্ধ ধৰ্মৰ প্ৰতি থকা অতিকে আসক্তিয়ে।

ম্যানমাৰৰ নাট ধৰ্মাৱলম্বীসকলে তেওঁলোকৰ দেৱতাসকলৰ সন্তুষ্টিৰ

বাবে নাচ-গানৰ মাধ্যমেৰে কিছুমান উৎসৱ পালন কৰে। 'নাটপুষ্ট' নামৰ বিশেষ নাম জপৰ উৎসৱলৈ অগণন নাট ধৰ্মাৱলম্বীসকলৰ আগমন হয়। বামীজসকলৰ লোক গীতত নাট পুষ্টৰ সংগীতৰ অৱলম্বনত ৰচিত নাট-গীতি উৎসৱৰ সময়ত বৰকাঁহ, ডবা, কাঠৰ বাদ্য-যন্ত্ৰ আদি বজাই এক উৎসৱ মুখৰ পৰিৱেশ কৰি তোলে। এনেকুৱা পৰিৱেশে নাট দেৱতাসকলক প্ৰলোভিত কৰি ওচৰলৈ লৈ আহে। তেতিয়াই নাট জগত বা নাট ঘৈনীৰ বেশেৰে ছোৱালী আৰু মহিলাসকলে সংগীতৰ তালে তালে নৃত্য কৰিবলৈ ধৰে। কিছুমান নৃত্য কৰা মহিলাই মূৰত পানীৰ ভৰ্ত্তি কলহ লৈ সংগীতৰ তালে তালে শৰীৰ সঞ্চালিত কৰি সকলোকে মুগ্ধ কৰে। তেতিয়াই নাট পতাসকলে নাট দেৱতাসকললৈ মদ আগবঢ়ায়, মদ খাই নাট দেৱতাসকলে কেতিয়াবা দৰ্শকৰ শৰীৰতো প্ৰৱেশ কৰে আৰু দৰ্শকজনে নিচাশক্ত মানুহৰ দৰে নাচিবলৈ ধৰে। যেতিয়া কোনো মানুহৰ গাত নাট দেৱতাই স্থিতি লয় তেতিয়া বৌদ্ধ ভিক্ষুৱে জৰা-ফুকা কৰি আকৌ যাতে সেই মানুহজনৰ গাত নাট দেৱতাই স্থিতি নলয় তাৰ ব্যৱস্থা কৰে। কেতিয়াবা নাট দেৱতাই স্থিতি লোৱা মানুহজনে দেৱতাক আঁতৰাবলৈ নিদি গোটেই জীৱন নাট উপাসনাতে নিজক উচৰ্গা কৰে। যিসকল যুৱতী বা তিৰোতা মানুহে নাট দেৱতাক নিজৰ গাত স্থিতি ল'বলৈ দিয়ে তেওঁলোকে দেৱদাসীৰ দৰে গোটেই জীৱন নাট সেৱাত উচৰ্গা কৰে। যেতিয়াই সৰহকৈ পইচা সংগৃহীত হয় তেতিয়াই নাট পুষ্ট উৎসৱ চিনাপতি অৰ্থাৎ বৌদ্ধ ধৰ্মীয় শিক্ষাকাল আৰম্ভ হোৱাৰ আগৰাতি নাট দেৱতাৰ আশীৰ্বাদ ভিক্ষা কৰি পালন কৰা হয়। সন্ধ্যাৰ পৰা আৰম্ভ হোৱা এই উৎসৱত বিভিন্ন গীত-মাত, নাটক, কৌতুকপূৰ্ণ কথাৰ উত্থাপনেৰে পুৱতি নিশালৈকে পালন কৰা হয়। যিসকল নাটপুষ্ট অনুষ্ঠানক বিশ্বাস নকৰে বা ভয় কৰে তেওঁলোকক মুখ্য পূজাৰ সময়ত সেই স্থানৰ পৰা আঁতৰাই ৰখা হয়।

যদিও ম্যানমাৰৰ সকলো বুৰ্মণবাসী অঞ্চলত নাট পুষ্ট উৎসৱ পালন কৰা হয় তাৰে ভিতৰত আটাইতকৈ আকৰ্ষণীয়কৈ আগষ্ট মাহত মন্দালয়ৰ ওচৰৰ টাডঙবানত ৬ দিনকৈ উত্থাপিত হয়। ম্যানমাৰৰ নাট উপাসনাৰ ওপৰত গৱেষকসকলৰ গৱেষণাৰ থল আছে।

*দৈনিক জনমভূমি, ২ মে', ১৯৯৯ চন*

# ষ্টিলৱেলে নিৰ্মাণ কৰা 'ঐতিহাসিক লিডু-ভামো-বাৰ্মা পথ'..



জেনেৰেল যোচেফ ষ্টিলৱেল

আহোমৰ ৰাজত্বকালত মানৰ প্ৰথম আক্ৰমণৰ সময়ত মান সৈন্য উভতি যাওঁতে, আহোম ৰজা চন্দ্ৰকান্ত সিংহই তুংখুঙীয়া ফৈদৰ হেমো আইদেউক মান ৰজা বডৌফাইলৈ পঠাইছিল। এই হেমো আইদেউকে ঘৰত 'ভামো' আইদেউ বুলি মাতিছিল। বিশিষ্ট বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাৰ 'আহোমৰ দিন'ত এই বিষয়ে উল্লেখ আছে। ভামো আইদেউৰ ককায়েক বিষ্ণুৰাম তিপাম সহিতে ৫০০ অসমীয়া ৰণুৱাক সপৰিবাৰে দাস-দাসীৰ সহিতে ভামো আইদেউক মান দেশলৈ পঠোৱা হৈছিল।" মান ৰজাই ভামো আইদেউক বিয়া কৰাই প্ৰথম ৰাজমহিষী পাতি 'ভেমো-মেপায়া' উপাধিৰে ভূষিত কৰিছিল। ব্ৰহ্মদেশৰ ৰাজধানী অময়াপুৰৰ পৰা মণ্ডালয় (Mandalay)লৈ স্থানান্তৰ হোৱাৰ পাছত ভামো আইদেউক প্ৰথমে অসমৰ পৰা আনি ৰখা ঠাইখন 'ভামো' নগৰ হিচাপে জনাজাত হৈ পৰিল। ব্ৰহ্মদেশৰ ভামো নগৰৰ ওচৰত চাম্পি নামৰ এখন এৰা নগৰৰ ওচৰত 'উইথালি' নামৰ এখন গাৱঁত অসমীয়া সৈন্যৰ বংশ পৰিয়ালসমূহ থাকি গ'ল। মানদেশলৈ যোৱা অসমীয়াসকলৰ প্ৰথমতে নিজৰ ভিতৰতে বিয়া-বাৰু হৈছিল যদিও পিছলৈ ব্ৰহ্মদেশৰ শ্যান জাতিৰ লগত বিয়া-বাৰু হ'বলৈ ধৰে।

বৃটিছসকলৰ শাসন কালত দ্বিতীয় বিশ্বযুদ্ধত অসমৰ লিডুৰ পৰা ম্যানমাৰৰ ভামো নগৰৰহে চীনৰ কুনমিংলৈ লিডু-ভামো-বাৰ্মা পথ নিৰ্মাণ কৰা হয় বুলি জনা যায়। দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত যেতিয়া জাপানী আক্ৰমণৰ বাবে ম্যানমাৰৰ উত্তৰে চীনৰ লগত আৰু দক্ষিণে থাইলেণ্ডৰ লগত যোগাযোগ বিচ্ছিন্ন

কৰিলে তেতিয়াই লিডু-ভামো-বাৰ্মা পথ নিৰ্মাণৰ আঁচনি ল'লে। চীন-বাৰ্মা ইণ্ডিয়াৰ যুটীয়া সহযোগত অস্ত্ৰ সৰবৰাহৰ বাবে নামনি ম্যানমাৰলৈ সহজেই ভাৰতৰ পৰা জাহাজত বা আকাশমাৰ্গ ব্যৱহাৰ কৰিব পাৰিছিল। কিন্তু চীনৰ অস্ত্ৰ সৰবৰাহৰ বাবে হিমালয়ৰ সুউচ্চ শৃংগবোৰে ম্যানমাৰ আৰু চীনৰ মাজত বাধা হৈ থিয় দিছিল। প্ৰায় হাজাৰজন বৈমানিকে হিমালয় পাৰ হ'বলৈ গৈ সেই সময়ত মৃত্যুকো সাৱটি লৈছিল, যাৰ বাবে মিত্ৰ শক্তিয়ে চিয়াংকাইশ্বেকৰ নেচনেলিষ্ট কুমিনটাং সৈন্য বাহিনীক অস্ত্ৰ যোগানৰ বাবে নতুন ৰাস্তা নিৰ্মাণৰ আৱশ্যকতা অনুভৱ কৰিলে। ইফালে সেই সময়ত পশ্চিম চীনৰ জাপানী সৈন্যৰ লগত মিত্ৰ শক্তিৰ যুদ্ধ চলি আছিল। সেয়েহে কুমিনটাং বাহিনীয়ে



*দুৰ্গম লিডু-ভামো-বাৰ্মা পথৰ একাংশ*

প্ৰথম বাৰ্মা ৰ'ডটো কুনমিঙৰ পৰা চীনৰ ওৱানটিঙলৈ ১৯৩৭-৩৯ চনত সাজি

উলিয়াইছিল। ইয়াৰ পাছত ১৯৪০ চনত য়ুনানীসকলে ওৱানটিঙৰ পৰা লেচিওলৈ পথটো সম্প্ৰসাৰণ কৰাত পথটোৰ দৈৰ্ঘ ১২০০ কিঃ মিঃ হয়গৈ। যুদ্ধৰ প্ৰথম অৱস্থাত এই লেচিও-কুনমিঙৰ পথটো কুমিনটাং সৈন্যৰ অস্ত্ৰ যোগানৰ মূল পথ আছিল যদিও দক্ষিণ ফালৰ পৰা জাপানী সৈন্যৰ অগ্ৰসৰত মিত্ৰ শক্তিয়ে বিকল্প ৰাস্তা এটা নিৰ্মাণৰ বাবে চিন্তা চৰ্চা কৰিলে।

আমেৰিকাৰ জেনেৰেল যোচেফ (ভিনেগাৰ জো) ষ্টিলৱেলে সকলো বতৰতে চলাচল কৰিব পৰা বহল পথ (two lane) এটা ভাৰতৰ পৰা উত্তৰ ম্যানমাৰ হৈ চীনলৈ নিৰ্মাণৰ বাবে এক প্ৰস্তাৱ আগবঢ়ায়। ব্ৰিটিছ সৈন্যৰ ইঞ্জিনিয়াৰসকল আৰু ম্যানমাৰৰ পৰা পলাই অহা যুদ্ধৰ শৰণাৰ্থীসকলৰ সহায়ত ১৯৪২ চনত ৮০০ কিঃ মিঃ দৈৰ্ঘ্যৰ লিডু পথ অসমৰ লিডুৰ পৰা পাটকাই পৰ্বতৰ মাজেৰে ব্ৰহ্মদেশৰ ভামো নগৰলৈকে সাজিবলৈ আৰম্ভ কৰে। যদিও প্ৰথমতে ৫০০০ হাজাৰ শ্ৰমিকে কাম কৰিছিল, কাম বৰ লেহেম গতিত আগবঢ়াত ১৯৪২ চনৰ মে' মাহত পথটোৰ কাম পৰিত্যক্ত হয়। পুনৰ ১৯৪২ চনৰ নৱেম্বৰ মাহত ষ্টিলৱেলে নিজেই দায়িত্ব লৈ আমেৰিকান ইঞ্জিনিয়াৰৰ সহযোগত পথটো নিৰ্মাণত ৩৫,০০০ বাৰ্মীজ, ভাৰতীয়, ব্ৰিটিছ আৰু চীন সৈন্যৰ সহযোগত দুৰ্গম জংঘল কাটি ৰাস্তাৰ কাম আগবঢ়াই নিয়ে। দুৰ্গম পথছোৱা নিৰ্মাণত বহু শ্ৰমিকৰ মৃত্যু হৈছিল। সেয়েহে লিডু-ভামো পথক কৰ্মৰত শ্ৰমিক কৰ্মচাৰীয়ে 'মেন এ মাইল ৰ'ড' নামেৰে নামকৰণ কৰিছিল অৰ্থাৎ পথটো নিৰ্মাণ কৰোতে প্ৰতি মাইলত এজনকৈ শ্ৰমিকৰ মৃত্যু ঘটিছিল। প্ৰাকৃতিক সৌন্দৰ্যৰে মনোমোহা এই পথত ১০ খন ডাঙৰ নদী আৰু ১৫৫ খন সৰু নদী আছিল। লিডু পথটো ১৯৪৫ চনৰ মে' মাহত সম্পূৰ্ণ হয় আৰু এবছৰ পিচলৈকে ইয়াক চোৱাচিতা কৰা হৈছিল। ষ্টীলৱেলৰ নাম অনুসৰি পিছলৈ পথটোৰ নাম 'ষ্টিলৱেল পথ' নামেৰে জনাজাত হ'ল যদিও ম্যানমাৰত এতিয়াও লিডু-ভামো-বাৰ্মা পথৰূপে মানচিত্ৰত চিহ্নিত হৈ আছে।

সেই সময়ত মিত্ৰবাহিনীৰ নেতৃত্ব দিয়া ব্ৰিট্ৰিছ বাৰ্ণাৰ্ড ফাৰ্গুচনে যুদ্ধৰ অভিজ্ঞতা ভিত্তিক দুখন কিতাপ প্ৰকাশ কৰিছে। "The Wild Green Earth" আৰু "Beyond the Chindwin"ৰ অধীনত বাৰ্মালৈকে চলোৱা দুয়োটা অভিযানতে অংশগ্ৰহণৰ কথা তেওঁ বৰ্ণনা কৰিছিল। ১৯৪৩ চনৰ দ্বিতীয় অভিযানত ১৬ নং বিগ্ৰেডৰ স্থলবাহিনীৰ বিগ্ৰেডিয়াৰ হিচাপে ফাৰ্গুচনে

অংশগ্ৰহণ কৰে। ফাৰ্গুচনে ষ্টীলৱেলক ১৯৪৪ চনত ব্ৰহ্মদেশৰ চিণ্ডত পথ নিৰ্মাণত লগ পায়। তেওঁ ষ্টীলৱেলৰ বিষয়ে বৰ্ণনা কৰি লিখিছে— "ষ্টীলৱেল এজন ওখ, সাহসী ব্যক্তি আছিল।" ফাৰ্গুচনে যুদ্ধৰ সময়ত জেনেৰেল ষ্টীলৱেলৰ অনুমতি লৈ লিডু পথটোৰ তাগাপ-হিললৈকে ব্যৱহাৰ কৰিছিল। পথটোৰ ব্যৱহাৰৰ বিনিময়ত তেওঁ কাচিন প্ৰদেশৰ চান জাতিৰ অত্যাধুনিক অঞ্চলৰ চহৰ লংকিন দখল কৰিব লাগিব। লংকিনত ১৮নং ৰেজিমেণ্টৰ জাপানী সৈন্যৰ ঘাটি আছিল। সেই সময়ত জাপানী সৈন্যৰ এই ৰেজিমেণ্টটোৰ লক্ষ্য আছিল লিডু পথ নিৰ্মাণত বাধা প্ৰদান কৰা। কিন্তু যেতিয়া সকলো মিত্ৰ শক্তি সৈন্য চীন, বাৰ্মা, ইণ্ডিয়াৰ পৰা ঘূৰাই লৈ যোৱা হয় আৰু যুদ্ধ শেষ হোৱাৰ পিচত ইয়াৰ গুৰুত্বও নাইকিয়া হ'ল। উক্ত পথটোত এখন উল্লেখযোগ্য দলং আছিল ইৰাৱতী নদীৰ ওপৰত বনোৱা 'মিটকিনিয়া দলং'। এই দলংখন পৃথিৱীৰ ভিতৰতে আটাইতকৈ দীঘল নাৱৰ দলং আছিল। ১৯৪৭ চনত জাহাজ চলাচলৰ অসুবিধা হোৱাৰ বাবে মিটকিনিয়া দলংখন খুলি পেলোৱা হয়। এই লিডু-ভামো পথটো ধ্বংসৰ এক কাৰণ হ'ল ম্যানমাৰৰ বিদ্ৰোহীৰ কাচিন ৰাজ্য স্থাপন হোৱাৰ পাচত ম্যানমাৰৰ সামৰিক প্ৰশাসন আৰু বিদ্ৰোহীৰ যুঁজ-বাগৰ। ইয়াৰ পাছত পথটোৰ যি অৱশিষ্ট আছিল সেয়া ব্যৱহাৰৰ অনুপযোগী হৈ ধ্বংসৰ গৰাহত পৰিল।

লিডু পথৰ জয়ৰামপুৰৰ পৰা ৬ কিলোমিটাৰ অতিক্ৰম কৰিলে পথৰ বাওঁফালে দ্বিতীয় মহাসমৰৰ এখন বৃহৎ সমাধিক্ষেত্ৰ দেখিবলৈ পোৱা যায়। এই সমাধিক্ষেত্ৰখন কেবা দশকধৰি অটব্য অৰণ্যৰে ঢাক খাই আছিল। অসম ৰাইফল্‌চৰ কামাণ্ডেণ্ট ৰাথোৰে ১৯৯৯ চনত উক্ত সমাধিক্ষেত্ৰখন আৱিষ্কাৰ কৰে। প্ৰায় ১৫ বিঘা অঞ্চলেৰে আগুৰা সমাধিক্ষেত্ৰখনত ১০০৫ জন সৈনিকৰ সমাধি উদ্ধাৰ হৈছে। দুজন সৈনিকৰ সমাধিত চীনা ভাষাত তেওঁলোকৰ বিষয়ে কিছু কথা লিখা আছে। চীনৰ নিউ আৰ্মিৰ ৩৮ নম্বৰ ডিভিজনৰ ১১৪ নম্বৰ ৰেজিমেণ্টৰ কেপ্টেইন অ-কা য়েন। ১৯১৭ চনৰ ১০ ফেব্ৰুৱাৰীত তেওঁৰ জন্ম হোৱা বুলি উল্লেখ থকাৰ লগতে ১৯৪৩ চনৰ ৭ অক্টোবৰৰ তেওঁৰ মৃত্যু হোৱা বুলি এপিটাফত উল্লেখ আছে। দ্বিতীয় মহাযুদ্ধৰ সময়ত আমেৰিকা, চীন আদি মিত্ৰ বাহিনীয়ে শত্ৰু পক্ষৰ লগত ভাৰত আৰু বাৰ্মাৰ এই সীমান্ত অঞ্চলতে যুদ্ধ হৈছিল। এইখন সমাধিক্ষেত্ৰখন উক্ত যুদ্ধত নিহত হোৱা চীনা

সৈনিকসকলৰ বুলি জনা যায়। সমাধিক্ষেত্ৰ আৱিষ্কাৰৰ বাতৰি বিয়পি পৰাৰ লগে লগে ১৯৯৯ চনৰ মে' মাহত টাৱাইনৰ এটা প্ৰতিনিধি দলে উক্ত সমাধিক্ষেত্ৰ পৰিদৰ্শন কৰে বুলি স্থানীয় ৰাইজৰ পৰা জানিব পৰা গৈছে। অসম ৰাইফলচ্‌এ স্থানীয় লোক আৰু অৰুণাচল প্ৰদেশ চৰকাৰৰ সহযোগত 'জয়ৰামপুৰ ৱাৰ চিমেট্ৰী কমিটি' নামৰ এখন কমিটি গঠন কৰে। জয়ৰামপুৰৰ এই সমাধিক্ষেত্ৰখনে ইয়াকে প্ৰতিপন্ন কৰিছে যুদ্ধৰ ভয়াবহ নৃশংসতাৰ বাবেই সুদূৰ চীন টাৱাইন আদিৰ মানুহ অৰুণাচলৰ এই গভীৰ অৰণ্যৰ মাজত সমাধিস্থ হৈ আছে। অসমৰ প্ৰাক্তন পৰিবহণ মন্ত্ৰী প্ৰদীপ হাজৰিকাই দ্বিতীয় বিশ্বযুদ্ধৰ সৈনিকৰ স্মাৰক ক্ষেত্ৰখনৰ উন্নয়নৰ বাবে এক লাখ টকা অনুদান আগবঢ়ায়। মন্ত্ৰী হাজৰিকাই লিডু পথটো পুনৰ মুকলিৰ ক্ষেত্ৰত এক গুৰুত্বপূৰ্ণ পদক্ষেপ গ্ৰহণ কৰে। পথটোৰ এখন তথ্য চিত্ৰ ২০০১ চনৰ ১০ জানুৱাৰীত গুৱাহাটীৰ উদেষ্ণা চিনেমা হলত প্ৰদৰ্শন কৰা হৈছিল। উক্ত তথ্যচিত্ৰখন উপভোগৰ বাবে এই লেখকে অসম চৰকাৰৰ পৰিবহণ বিভাগৰ পৰা তলত দিয়া নিমন্ত্ৰণী পত্ৰখন লাভ কৰিছিল।

*The Stilwell Road-a 1079 mile road-a saga of grit and determination. Built as a supply route during World War 2, this historic road passes through some of the most scenic landscape in this part of the world. Starting from Ledo in Assam, it crosses through Pangsau Pass on the India-Myanmar border, and extends to Mong-Yu in Myanmar. Running through Myitkyina and southwards to Bhamaw, in links up with the old Burma Road at Wanding on the Sino-Myanmarese border and thence to kunming in China.*

*The film looks at present-day life along the road, in terms of the cultural continuities as well as differences in the region. We look through the present day visuals to the history of the road, and present the magnificent, often difficult terrain of the area, as well as the cultural mosaic of the region.*

R.S.V.P
261405
260283
264985

**Prodip Hazarika**
Minister, Transport &
Food & Civil Supplies
Assam

## লিডু-ভামো-বাৰ্মা পথৰ ঠাই সমূহৰ দূৰত্ব ঃ—

(১) লিডু (লেখাপানী)— ০ কিলোমিটাৰ

| | | | |
|---|---|---|---|
| (২)পাংচুপাচ | —৬১ কিলোমিটাৰ | (১০) মংগইউ | —৭৪৯ কিলোমিটাৰ |
| (৩) তাগাপ-হিল | — ১২৭ কিলোমিটাৰ | (১১) ওৱানটিংচ্ | —৮১১ কিলোমিটাৰ |
| (৪) চিংবিওৱাং | —১৬৫ কিলোমিটাৰ | (১২) লাংলিং | —৮৯৬ কিলোমিটাৰ |
| (৫) বাৰাজুপ | —২২৪ কিলোমিটাৰ | (১৩) পোচান | —১০৪৩ কিলোমিটাৰ |
| (৬) জাম্বুবাম | —২৮৭ কিলোমিটাৰ | (১৪) ইউঙপিন | —১২০৮ কিলোমিটাৰ |
| (৭) মিটকিনিয়া | —৪০৩ কিলোমিটাৰ | (১৪) ইউনানি | —১৪০২ কিলোমিটাৰ |
| (৮) ভামো | —৫৯৫ কিলোমিটাৰ | (১৬) চুইয়ং | —১৫৩৪ কিলোমিটাৰ |
| (৯) নামখাম | —৭০৭ কিলোমিটাৰ | (১৭) কুনমিং | —১৭২৬ কিলোমিটাৰ |

প্ৰাকৃতিক সৌন্দৰ্যৰে মনোমোহা এই অঞ্চলটোতে দীৰ্ঘদিন ধৰি লুকাই আছে ড্ৰাগছ আৰু বোমা-বাৰুদৰ গোন্ধ। ম্যানমাৰৰ হাকাৱৰাজিৰ পৰা ভাৰত-ম্যানমাৰ সীমান্তত প্ৰায় সমান্তৰালভাৱে বৈ আহিছে চিন্দুইন নদী। এই চিন্দুইনৰ হুকং উপত্যকাতে গঢ়ি উঠিছে দক্ষিণ-পূব এচিয়াৰ বিদ্ৰোহীসকলৰ ঘাটি। হুকং উপত্যকা, যাক ইতিমধ্যে ডেথভেলী (মৃত্যু উপত্যকা) বুলি চিহ্নিত কৰা হৈছে— অতিকে দুৰ্গম এই উপত্যকাটোত নানা বিষাক্ত পোক-পৰুৱা, বিষাক্ত জলাশয় আদিৰে আবৰা অঞ্চলটোত সাধাৰণভাৱে মানুহে জীৱন-যাপন কৰাটো কঠিন। সেয়ে এই দুৰ্গম অঞ্চলটোকে বিদ্ৰোহীসকলে ঢালৰূপে ব্যৱহাৰ কৰি গঢ়ি তুলিছে প্ৰশিক্ষণ শিবিৰ। বহুতো যুৱক-যুৱতীয়ে হাতে হাতে এ. কে.-৪৭ লৈ দুচকুত অনেক স্বপ্ন লৈ আৰম্ভ কৰিছে ভয়ংকৰ গেৰিলা প্ৰশিক্ষণ। ম্যানমাৰৰ বিদ্ৰোহীৰ তত্বাবধানতে হুকং উপত্যকাত দিনে নিশাই চলিবলৈ ধৰিছে লিটল বাৰ প্ৰশিক্ষণ।

লিডু-ভামো-বাৰ্মা পথৰ পাংচুপাছৰ পৰাই দেখিবলৈ পোৱা যায় ম্যানমাৰৰ নামনিৰ সেউজ উপত্যকাত জিলিকি থকা 'লেক অব ন' ৰিটাৰ্ন'। প্ৰাকৃতিক সৌন্দৰ্যাৰ মনোৰম নীলা জলাশয়ে আবৰা এই হ্ৰদটোৰ বিষয়ে বহু কাহিনী শুনিবলৈ পোৱা যায়। দ্বিতীয় মহাযুদ্ধৰ সময়ত এই হ্ৰদটোতে কেবাখনো যুঁজাৰু বিমান ধ্বংস হৈছিল বুলি শুনা যায়। ষ্টীলৱেল পথ নিৰ্মাণ কৰোঁতেও বহু লোক এই হ্ৰদটোৰ পানী খাবলৈ গৈ ঘূৰি অহা নাছিল। দ্বিতীয় মহাসমৰৰ সময়তে বিশ্ববাসীয়ে এই লেক অব ন' ৰিটাৰ্নৰ বিষয়ে জানিব পাৰিছিল। এই হ্ৰদ সম্পৰ্কে এটা লোক-কাহিনীও আছে। এই কাহিনী মতে, হ্ৰদটোৰ মাজৰ দ্বীপটোত এখন গাঁও আছিল। গাঁওখনৰ এটা উৎসৱত গাঁওবাসীয়ে হ্ৰদটোৰ মাছ মাৰি ভোজ-ভাত খাইছিল। কিন্তু গাঁওখনত থকা এহাল বুঢ়া-বুঢ়ীক ভোজলৈ নিমন্ত্ৰণ কৰা নাছিল। ইয়াৰ পিছতে গাঁওখন অভিশপ্ত হৈ গাওঁখনৰ বুঢ়া-বুঢ়ীৰ

বাহিৰে সকলো মৃত্যুৰ মুখত পৰিছিল। তেতিয়াৰ পৰাই এই জলাশয়ৰ পানী মানুহে সেৱন কৰিবলৈ এৰে বুলি কথিত আছে আৰু এই হ্ৰদটো লেক অব ন' ৰিটাৰ্ণ নামেৰে জনাজাত হয়।

অৰ্থনীতিবিদসকলৰ মতেও উক্ত পথ মুকলি হ'লে প্ৰাকৃতিক সম্পদেৰে চহকী অসমৰ সম্পদৰাজিয়ে দক্ষিণ-পূব এচিয়া দেশবোৰত এক বৃহৎ বজাৰ সৃষ্টি কৰিব। লিডু পথ বন্ধ হৈ থকৰ বাবেই উজনি অসমৰ চিংফৌ, খাময়াং, তুৰুং, ফাকে, আইতন, খামতি, টাংছা, চেমা, লিচ্ছি আদি জনগোষ্ঠীসমূহৰ জনসংখ্যা দ্ৰুতহাৰত হ্ৰাস পাব— ২০০৬ চনৰ ১৫ ছেপ্টেম্বৰত পথটো মুকলিৰ দাবীত সদৌ অসম ছাত্ৰ সন্থাই লেখাপানীৰ জিৰ' পইন্টৰ পৰা আৰম্ভ কৰা পদযাত্ৰাত উক্ত জনগোষ্ঠীৰ লোকসকলে এই লেখকক এনেদৰে অভিযোগ কৰে। উক্ত পথটো মুকলি হ'লে ভাৰত আৰু ম্যানমাৰৰ সীমান্তৰ দুয়োপাৰৰ জনগোষ্ঠীসকলৰ মাজত আহি পৰা ভাষা-সংস্কৃতিৰ ব্যৱধান নাইকিয়া হোৱাত ইতিবাচক ভূমিকা ল'ব বুলি আশা কৰিব পাৰি। দক্ষিণ পূব এছিয়াৰ ম্যানমাৰ, চীন, থাইলেণ্ড, মালয়েচিয়া আদিলৈ যাব পৰা সংযোগী এই পথটোৰ মুকলি হ'লে অসমৰ আৰ্থ-সামাজিক, সাংস্কৃতিক দিশত উন্নতি সাধিত হ'ব যদিও বৰ্তমান ম্যানমাৰৰ ৰাজনৈতিক অস্থিৰতা, বিদ্ৰোহী, ড্ৰাগছ আদিৰ সমস্যাই অসমতো ম্যানমাৰৰ কু-প্ৰভাৱ পেলোৱাৰ আশংকাও নুই কৰিব নোৱাৰি।

কেন্দ্ৰীয় চৰকাৰে পথটো মুকলি কৰা গুৰুত্ব সহকাৰে লৈ ২০০০ চনৰ ১২ অক্টোবৰত ৩৮ নং ৰাষ্ট্ৰীয় পথত লেখাপানীৰ পৰা ১৫৩ নং ৰাষ্ট্ৰীয় পথ হিচাপে ঘোষণা কৰে। লিডু-ভামো-বাৰ্মা পথটো লিডুৰ পৰা আৰম্ভ হৈ অৰুণাচল প্ৰদেশৰ ভাৰত ম্যানমাৰ সীমান্তৰ পাংচুপাছ হৈ চীনৰ কোনমিঙলৈকে মুঠ দৈৰ্ঘ্য ১৭২৬ কিলোমিটাৰ। ইয়াৰ ভাৰতৰ ভিতৰত ৬১ কিলোমিটাৰ ম্যানমাৰত ১০৩৩ কিলোমিটাৰ আৰু চীনৰ ৬৩২ কিলোমিটাৰ। ২০০১ চনৰ ১৩ ফেব্ৰুৱাৰীত কেন্দ্ৰীয় বৈদেশিক মন্ত্ৰী যশোৱন্ত সিনহাই ভাৰত ম্যানমাৰৰ সীমান্তৱৰ্তী টামো চহৰত ১১৬ কিলোমিটাৰ দৈৰ্ঘ্যৰ টামো-কালুৱা পথটো শুভ উদ্বোধন কৰে। এই পথটো উদ্বোধনে ভাৰত আৰু ম্যানমাৰক সংযোগ ঘটোৱাৰ লগতে অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ সৈতে এক যোগসূত্ৰ স্থাপন কৰে। উক্ত পথ মুকলি অনুষ্ঠানত ম্যানমাৰৰ ব্যাণিজ্যিক মন্ত্ৰী ব্ৰিগেডিয়াৰ জেনেৰেল পাইচন উপস্থিত থাকি ম্যানমাৰৰ ভামো চহৰৰ পৰা অসমৰ লিডুলৈ থকা ঐতিহাসিক পথটো

মুকলিৰ পোষকতা কৰে। উল্লেখযোগ্য যে কেন্দ্ৰীয় চৰকাৰে ২০০৪ চনৰ এপ্ৰিল মাহত এচিয়া মহাদেশৰ ৩২ খন দেশৰ লগত যাতায়ত ব্যৱস্থা সংযোগ কৰিবৰ মানসেৰে ১,৪০,০০০ কিলোমিটাৰ দৈৰ্ঘৰ এচিয়ান হাইৱে নিৰ্মাণৰ এক চুক্তি চাংহাইত স্বাক্ষৰ কৰিছিল। ইউনাইটেড্ নেচন ইক'নমিক এণ্ড চচিয়েল কমিশ্যন ফৰ এচিয়া এণ্ড পেচিফিকৰ ৬০ তম অধিৱেশনত ভাৰতে কৰা চুক্তিত ম্যানমাৰ চীন, জাপান, ইণ্ডোনেচীয়া, মংগোলীয়া, ভিয়েটনাম আদি ৩২ খন দেশে চুক্তি স্বাক্ষৰিত কৰিছিল। ২০১০ চনত সম্পূৰ্ণ হোৱাৰ আশাৰে মহাদেশীয় উক্ত ঘাই পথটো নিৰ্মাণ হ'লে ৩২ খন দেশৰ ৰাজধানীৰ লগত সংযোগ হোৱাৰ লগতে বাণিজ্যিক আৰু পৰ্যটনৰ স্থানসমূহ সামৰি ল'ব।

১৯৯১ চনত প্ৰৱৰ্তন কৰা ভাৰতৰ ' পূবলৈ চোৱা' নীতি অনুসৰি ২০০৪ চনৰ ডিচেম্বৰত ভাৰতৰ প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙে লাওচৰ ভিয়েনটিয়েইনত অনুষ্ঠিত হোৱা তৃতীয় ভাৰত এছিয়ান সন্মিলনত এছিয়ান গোষ্ঠীৰ আৰ্থ-সামাজিক বিকাশ, সংস্কৃতি, বাণিজ্যিক আদিৰ ক্ষেত্ৰত এক বুজাপৰাত উপনীত হয়। ভাৰতবৰ্ষৰ পূবলৈ চোৱা নীতিয়ে সাফল্য লাভ কৰিলে অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ ভৱিষ্যৎ উজ্জ্বল হোৱাৰ সম্ভাৱনা আছে। দক্ষিণ-পূব এচিয়াৰ লগত ভাৰতবৰ্ষৰ অনানুষ্ঠানিক বাণিজ্য বহুবছৰ ধৰি চলি আহিছে। ইণ্ডিয়ান ইনষ্টিটিউট অব্ ফৰেইন ট্ৰেড সংগঠনটোৰ সমীক্ষা মতে, মণিপুৰৰ ম'ৰেৰ পৰা হোৱা বাণিজ্যৰ পৰিসৰ ২০০০ কোটি টকা। ঠিক সেইদৰে মিজোৰামত চামফাইত ৫০০ কোটি আৰু নাগালেণ্ডৰ লুংগবাৰত ১০০ কোটি টকাৰ অনানুষ্ঠানিক ভাৱে বেপাৰ চলি আছে। ম্যানমাৰৰ লগত বেপাৰ-বাণিজ্যলৈ ভাৰত চৰকাৰৰ কেইবাখনো চুক্তি স্বাক্ষৰিত হৈছে। ২০০১ চনত ভাৰত চৰকাৰে কৃষি, মানৱ সম্পদ উন্নয়ন, প্ৰযুক্তি বিদ্যা, বাণিজ্যিক, পৰ্যটন, সাংস্কৃতিক সহযোগিতা আদিৰ ওপৰত ম্যানমাৰৰ লগত চুক্তি স্বাক্ষৰিত কৰে। লিডু পথ পুনৰ মুকলি প্ৰক্ৰিয়া হিচাপে ভাৰত-ম্যানমাৰ সীমান্তৰ পাংচুপাচত প্ৰতি মাহৰ ১ আৰু ১৫ তাৰিখে দুইখন দেশৰ জনসাধাৰণৰ মাজত উৎপাদিত সামগ্ৰীৰ বেচা-কিনা এখন বজাৰ খোলা হৈছে। এই লেখকে ২০০১ চনৰ ১৫ মাৰ্চত পাংচুপাচত উপস্থিত হোৱাত বজাৰখন দেখা পাওঁ। উক্ত বজাৰখন ২০০০ চনৰ এপ্ৰিল মাহৰ পৰা মুকলি কৰা হৈছে বুলি স্থানীয় ৰাইজৰ পৰা জনা যায়। লিডু পথ ভ্ৰমণৰ সময়ত জয়ৰামপুৰত থকা অতিৰিক্ত সহকাৰী আয়ুক্ত ডব্লিউ টিখক, গড়কাপ্তানী বিভাগৰ

অধীক্ষক অভিযন্তা বৰা ইটে আৰু কনিষ্ঠ অভিযন্তা অসীম হাজৰিকায়ো উক্ত দুৰ্গম ভ্ৰমণত বহু সহযোগিতা কৰিছিল। উল্লেখযোগ্য যে, ২০০৬ চনৰ ৬ জুলাইত উত্তৰ-পূৰ্বাঞ্চলৰ চিকিমৰ উত্তৰে থকা দুৰ্গম নাথুলা গিৰিপথ মুকলি হৈছিল। মন কৰিবলগীয়া যে, ১৫০ বছৰ পুৰণি নাথুলা গিৰিপথটো ১৯৬২ চনৰ চীনৰ আক্ৰমণৰ পাছত বন্ধ হৈ আছিল। সুদীৰ্ঘ ৪৪ বছৰৰ মূৰত নাথুলাগিৰি পথ মুকলিৰ দৰে অসম আৰু অৰুণাচল প্ৰদেশৰ লগত পোনপটীয়া দক্ষিণ পূৱ এচিয়াৰ যোগা-যোগ লিডু-ভামো-বাৰ্মা পথটিও এদিন মুকলি হ'ব।



# অসমৰ শিহু আজি বিপন্ন

শিহু নামৰ জলচৰ স্তন্যপ্ৰায়ী প্ৰাণীবিধ অসমৰ ব্ৰহ্মপুত্ৰ, সোৱণশিৰি আৰু কুলচী নদীত দেখিবলৈ পোৱা যায়। প্ৰাণীবিজ্ঞানীসকলে শিহুৰ ইতিহাস ২০ বছৰ মিলিয়ন বছৰ পুৰণা বুলি ঠিৰাং কৰিছে। ১৮০১ চনত উলিয়াম ৰক্সবাৰ্গে শিহুক প্ৰথম '*Delphinus gangetica*' বৈজ্ঞানিক নামেৰে নামকৰণ কৰে। ইয়াৰ পৰৱৰ্তী পৰ্যায়ত জন ৰাগলাৰ নামৰ এজন প্ৰাণীবিদে ১৯৩০ চনত শিহুৰ বৈজ্ঞানিক নাম '*Plangetica gangetica*' নামেৰে নামকৰণ কৰে। শিহুক নদী-ডলফিন নামেৰেও জনা যায়। নদী ডলফিনৰ তিমি মাছৰ লগত অতি ওচৰ সম্পৰ্ক আছে। শিহু ভাৰতবৰ্ষৰ গংগা, ব্ৰহ্মপুত্ৰ, নেপালৰ কৰ্ণকুলি আৰু বাংলাদেশৰ মেঘনা নদীত দেখিবলৈ পোৱা যায়। ডলফিন গোষ্ঠীৰ এটা প্ৰজাতিৰ শিহুক পাকিস্তানত ভোলান, চীনত বাইজি আৰু দক্ষিণ আমেৰিকাত ব'ত' নামেৰে নামাংকন কৰা হয়। মাইকী শিহু মতা শিহুতকৈ ডাঙৰ। প্ৰাপ্তবয়স্ক মাইকী শিহু প্ৰায় ২৫২ চেঃমিঃ আৰু মতা শিহু ২১২ চেঃমিঃ দীঘল হয়। শিহুয়ে চকুৰে দেখা নাপায় যদিও পানীৰ সোঁতত চলা-ফিৰা কৰি থাকে। পানীৰ কম্পনাংকৰ প্ৰবলতাত শিহুৱে খাদ্যবস্তুৰ সন্ধানত গতি কৰে। শিহুৰ বিচৰণ অঞ্চলত মাছ প্ৰচুৰ পৰিমাণে থাকে। শিহু মৎস্যভোজী আৰু নদীৰ পানীৰ পৰিস্থিতিতন্ত্ৰত এক নিয়ন্ত্ৰকৰ ভূমিকা পালন কৰি থাকে। শিহু স্তন্যপায়ী প্ৰাণী হোৱাৰ বাবে ই জন্মৰ পিছতে পানীৰ তলত নাথাকি পানীৰ ওপৰত ওপঙি থকা দেখা যায়। IUCNয়ে শিহুক ১৯৯৬ চনতে বিপদাপন্ন ব্যনপ্ৰাণী বুলি ঘোষণা কৰিছিল। সমগ্ৰ বিশ্বতে শিহুৰ সংখ্যা দুহেজাৰতকৈও কম। আন্তঃৰাষ্ট্ৰীয় স্তৰত শিহু বিলুপ্তপ্ৰায় প্ৰাণী হিচাপে চিহ্নিত হোৱাৰ বাবে শিহুৰ বাসভূমি হিচাপে ব্ৰহ্মপুত্ৰৰ গুৰুত্ব অপৰিসীম। ভাৰতবৰ্ষৰ চৰকাৰেও শিহুক ১৯৭২ চনৰ বন্যপ্ৰাণী সংৰক্ষণ আইনৰ তালিকাৰ ১ নং তালিকা অৰ্থাৎ Schedule-1 ৰ অন্তৰ্ভুক্ত কৰি সংৰক্ষণৰ বাবে পদক্ষেপ গ্ৰহণ কৰিছিল। বনাঞ্চলত যেনেকৈ বাঘে পৰিবেশ নিয়ন্ত্ৰণ কৰি ৰাখে ঠিক সেইদৰে প্ৰদূষণমুক্ত পানীতো শিহুৱে পৰিবেশ নিয়ন্ত্ৰকৰ ভূমিকা পালন কৰে। সুস্থ বাতাবৰণ বৰ্তাই ৰখাৰ ক্ষেত্ৰতো উচ্চ স্থান লাভ কৰি অহা শিহুৱে বৰ্তমানলৈকে ব্ৰহ্মপুত্ৰক প্ৰদূষণমুক্ত কৰি ৰখাত গুৰুত্বপূৰ্ণ ভূমিকা

পালন কৰি আহিছে।

অসমৰ অন্তৰ্গত ব্ৰহ্মপুত্ৰ নদীখনেই বৰ্তমান শিহুৰ বিচৰণথলী। দুই দশকৰ আগলৈকে ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈসমূহত বহুসংখ্যক শিহু দেখা গৈছিল যদিও বৰ্তমান শিহুৰ সংখ্যা উল্লেখনীয়ভাৱে কমি আহিছে। এতিয়া শিহুৰ সংখ্যা ইমানেই কমিছে যে এতিয়া কেইটামান অঞ্চলতহে শিহু দেখা পোৱা যায়। ২০০৪ চনত আসমৰ পৰিৱেশ সংগঠন আৰণ্যকৰ উদ্যোগত ড° আব্দুল ৱাকিদৰ নেতৃত্বত শিহুৰ সংৰক্ষণ আৰু বিচৰণৰ বাবে এক জৰীপ চলোৱা হয়। ২০০৫ চনত এই জৰীপ শেষ হোৱাৰ পিছত ব্ৰহ্মপুত্ৰ নদীৰ ৮২ টা স্থানত, সোৱণশিৰি নদীৰ ১১ টা স্থানত আৰু কুলচী নদীৰ ৮ টা স্থানত শিহু প্ৰত্যক্ষ কৰা হয়। উক্ত অভিযানত মুঠ ২৫০ টা শিহুৰ গণনা কৰা হয়। উল্লেখ্য যে এই অধ্যয়ন-কালত ব্ৰহ্মপুত্ৰত ১৯৭ টা, সোৱণশিৰিত ২৬ টা আৰু কুলচী নদীত ২৭ টা শিহু দেখা গৈছিল। শিহুৰ সংখ্যা হ্ৰাস পোৱা সম্পৰ্কে ড° ৱাকিদৰ পৰা জানিব পৰা গৈছিল যে দুৰ্ঘটনা, মাছমৰীয়াই মাছ ধৰাৰ বাবে নদীসমূহ বাম হৈ পৰাত শিহুৰ খাদ্যৰ নাটনি ঘটাৰ উপৰি নদীৰ বান্ধসমূহৰ বাবেও অসমত এই প্ৰাণীবিধৰ সংখ্যা কমি আহিছে। ব্ৰহ্মপুত্ৰত শিহুৰ বিপদাপন্ন অৱস্থাতে অইল ইণ্ডিয়াই তেলৰ সন্ধানত ব্ৰহ্মপুত্ৰত কম্পন জৰীপ চলাবলৈ এক পৰিকল্পনা লয়। অইল ইণ্ডিয়াই গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰসায়ন বিভাগৰ প্ৰাক্তন মুৰব্বী প্ৰাধ্যাপক কৃষ্ণগোপাল ভট্টাচাৰ্যৰ দ্বাৰা 'এনভাইৰ'মেণ্টেল ইমপেক্ট এছেছমেণ্ট ষ্টাডি' শীৰ্ষক এক প্ৰতিবেদন প্ৰস্তুত কৰায়। এই প্ৰতিবেদনত স্পষ্টকৈ উল্লেখ আছে যে ব্ৰহ্মপুত্ৰত কম্পনৰ সৃষ্টি কৰিলে জলচৰৰ লগতে স্থলচৰ জীৱনসমূহক কিছুমান উপসৰ্গই দেখা দিব। নদীত জলচৰৰ চলা-ফিৰাত অসুবিধাৰ সৃষ্টি হোৱা, কণা, কলা হোৱাৰ উপৰি বিসংগতিপূৰ্ণ চৰিত্ৰৰ অধিকাৰী হ'ব। তাৎপৰ্যপূৰ্ণ বিষয় যে অসমৰ এগৰাকী বিশিষ্ট লেখক ড° লক্ষ্মীনন্দন বৰাৰ দৰে ব্যক্তি অসম প্ৰদূষণ নিয়ন্ত্ৰণ ব'ৰ্ডৰ অধ্যক্ষ হৈ থাকোতেই কোনো বিশেষজ্ঞৰ পৰামৰ্শ নোলোৱাকৈ ২০০০ চনৰ ২ ফেব্ৰুৱাৰীত অইল ইণ্ডিয়াক ব্ৰহ্মপুত্ৰৰ বুকুত জৰীপ চলাবলৈ সেউজ সংকেত দিয়ে। অসমত আঞ্চলিক চৰকাৰ অগপৰ শাসনকালতে পৰিৱেশ সংৰক্ষণৰ বাবে কোনো চিন্তা-চৰ্চা নকৰি অইল ইণ্ডিয়াক কম্পন জৰীপ চলাবলৈ অনুমতি দিয়াতো দুৰ্ভাগ্যজনক। উল্লেখযোগ্য যে চীনৰ ইয়াংজে নদীতো শব্দ প্ৰদূষণ, বিস্ফোৰণ আদি ঘটোৱাৰ ফলত বাইজি (ডলফিন)ৰ বিলুপ্তি ঘটিল।

২০০৬ চনৰ ৩০ অক্টোবৰত ব্ৰহ্মপুত্ৰৰ ভূকম্পন জৰীপৰ ওপৰত ৰাজহুৱা শুনানিতো বিভিন্ন সংগঠন পৰিবেশ কৰ্মীয়ে তীব্ৰ প্ৰতিবাদ কৰিছিল। অইল ইণ্ডিয়াই ব্ৰহ্মপুত্ৰৰ দিচাংমুখৰ পৰা পাছিঘাটলৈকে ১৭৫ কিলোমিটাৰ দৈৰ্ঘৰ ১৩ টা স্থানত কম্পন জৰীপ চলাবলৈ প্ৰচেষ্টা হাতত লয়। ব্ৰহ্মপুত্ৰত কম্পন জৰীপ চলাবলৈ লোৱা এলেকাৰ ২৬ শতাংশই শিহুৰ আবাসভূমি বুলি শিহুৰ ওপৰত শিহুৰ ওপৰত অধ্যয়ন কৰা ড° আব্দুল বাকিদৰ পৰা জনা গৈছিল। অইল ইণ্ডিয়াই কম্পন জৰীপ চলাবলৈ যাৱতীয় ব্যৱস্থা গ্ৰহণ কৰা বুলি জানিব পাৰি ২০০৬ চনৰ ডিচেম্বৰ মাহত এই লেখকে গুৱাহাটীৰ উচ্চ ন্যায়ালয়ত জ্যেষ্ঠ অধিবক্তা মৃণাল কুমাৰ চৌধুৰী আৰু মৃণ্ময় দত্তৰ জৰিয়তে এক ৰাজহুৱা স্বাৰ্থজড়িত আবেদন দাখিল কৰে। গুৱাহাটীৰ উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ বি. সুদৰ্শন ৰেড্ডী আৰু ন্যায়াধীশ হৃষিকেশ ৰয়ৰ দুজনীয়া খণ্ড আদালতে ২০০৭ চনৰ ৯ জানুৱাৰীত ৰাজহুৱা স্বাৰ্থজড়িত্ত আবেদনখন গ্ৰহণ কৰি ৮৭/২০০৬ নম্বৰৰ গোচৰত ভাৰত চৰকাৰৰ পৰিবেশ আৰু বন মন্ত্ৰণালয়, পেট্ৰ'লিয়াম মন্ত্ৰণালয়, অইল ইণ্ডিয়া আৰু অসম চৰকাৰৰ প্ৰদূষণ নিয়ন্ত্ৰণ ব'ৰ্ডক কাৰণ দৰ্শোৱাৰ জাননী জাৰি কৰি শপতনামা দাখিল কৰিবলৈ নিৰ্দেশ দিয়ে। চীনৰ ইয়াংজে নদীত শব্দ প্ৰদূষণে বাইজি বিলুপ্তি কৰাৰ দৰে ব্ৰহ্মপুত্ৰত প্ৰস্তাৱিত কম্পন জৰীপে শিহুৰ ওপৰত তীব্ৰ প্ৰভাৱ পেলোৱাৰ সম্ভাৱনা আছে। শিহুৰ বিলুপ্তিত ব্ৰহ্মপুত্ৰ নদীৰ জলচৰ প্ৰাণীসমূহৰ জীৱন ধাৰণত বিৰূপ প্ৰভাৱ পেলোৱাৰ লগতে অঞ্চলটোৰ জনসাধাৰণৰ সামাজিক, অৰ্থনৈতিক জীৱনধাৰাতো সুস্পষ্ট প্ৰভাৱ পৰিব।